# উছৰ্গা

পৰম শ্ৰদ্ধাস্পদ

শ্ৰীযুক্ত গোপীনাথ বৰদলৈ

ডাঙৰীয়াৰ কৰকমলত।

# কাব্য-প্ৰভা

## নিবেদন

বৰ্ত্তমান সময়ত পঢ়াশলীয়া অসমীয়া ছাত্ৰ-ছাত্ৰীৰ এটি বিশেষ অভাৱলৈ লক্ষ্য ৰাখি "কাব্য-প্ৰভা" যুগুত কৰা হৈছে। ই সংগ্ৰাহকৰ পঠন পাঠন উভযবিধ অভিজ্ঞতাৰ ফল। সেই বাবেই সম্পাদকৰ অভিজ্ঞতাৰ পৰিমাণৰ লগত ইযাৰ দোষগুণৰ মাত্ৰা ওতপ্ৰোত ভাৱে জড়িত। সহৃদয় শিক্ষক ছাত্ৰসকলৰ শুভেচ্ছা আৰু সজ উপদেশলৈ আশা কৰি তলত 'কাব্যপ্ৰভা' সঙ্কলনৰ মূল উদ্দেশ্য প্ৰকাশ কৰা হ'ল।

সাহিত্য সম্পদৰ ফালৰ পৰা বৰ বেছিকৈ নহলেও শিক্ষাৰ ফালৰ পৰা আজি বছৰ চেৰেকৰ ভিতৰতে অসমীয়া ভাষাত যে এটি জাগৰণৰ যুগ আৰম্ভ হৈছে তাক কোনেও নুই কৰিব নোৱাৰে। কলিকতা বিশ্ববিদ্যালয়ৰ সৌজন্যত অসমীয়া ভাষা অসমীয়া হাইস্কুলবোৰৰ শিক্ষাৰ বাহন হ'ল ; অকল সেয়ে নহয়, অন্যান্য উন্নত প্ৰাদেশিক ভাষাৰ দৰে অসমীয়া ভাষা আৰু সাহিত্যই আজি ভাৰতীয় শিক্ষাৰ শ্ৰেষ্ঠতম উপাধি পৰীক্ষা এম, এ মহলাতো এটি স্বকীয়া স্থান লাভ কৰি 'স্ব-মহিমা' বিৰাজ কৰিছে। ই অসমীয়াৰ কাৰণে কম গৌৰৱৰ কথা নহয়। কিন্তু বিৰাট পৰিবৰ্ত্তনৰ লগত খোজ মিলাই অগ্ৰসৰ হবলৈ হলে স্কুল-কলেজৰ অসমীয়া পাঠ্যবোৰলৈও লক্ষ্য ৰাখি প্ৰয়োজন মতে সেইবোৰৰ পৰিবৰ্ত্তন কৰিব লাগিব। কাৰ্য্যক্ষেত্ৰত নিজে অনুভৱ কৰিছোঁ আৰু দুই-এগৰাকী কৃতবিদ্য শিক্ষানুৰাগী লোকৰ মুখেও শুনিছোঁ যে প্ৰবেশিকা শ্ৰেণীৰ উপযোগী অসমীয়া কবিতাৰ বাছনি এখনৰ বৰ্ত্তমান সময়ত নিতান্ত প্ৰয়োজন। এনে এটি অভাৱ পূৰণৰ চেষ্টাই 'কাব্য প্ৰভা' সম্পাদনৰ মূল উদ্দেশ্য।

অসমীয়া কাব্য সাহিত্যৰ বুৰঞ্জী প্ৰধানতঃ দুই ভাগত বিভক্ত— প্ৰাচীন আৰু আধুনিক। 'কাব্য-প্ৰভা'ৰ কবিতা বাছনিতো এই কথাটোলৈ লক্ষ্য ৰাখিয়ে ন-পুৰণি দুয়োবিধ কবিতা ইয়াত সন্নিবিষ্ট কৰা হৈছে। অতীজৰে পৰা অসমীয়া কবিসকলৰ আশা-আকাঙ্ক্ষা, চেষ্টা-অভিজ্ঞতা আদি কাব্য সাহিত্যৰ মাজতেই সংৰক্ষিত হৈ আছে; সেই কাৰণে অসমীয়া জাতিৰ সংস্কৃতি আৰু সভ্যতাৰ প্ৰতি চকু দিওঁতে পুৰণি সাহিত্যলৈও লক্ষ্য ৰাখিব লাগিব। এই উদ্দেশ্যকে লৈ ইয়াত প্ৰাক্ শঙ্কৰী যুগৰ আদি আৰু অপ্ৰমাদী কবিসকলৰে পৰা আধুনিক যুগৰ সৰ্ব্বজনস্বীকৃত প্ৰথিতনামা কবিসকললৈকে—সকলোৰে কবিতা গোটাবলৈ চেষ্টা কৰা হৈছে। ধৰ্ম্মক আশ্ৰয় কৰি হলেও বৈষ্ণৱ যুগতেই অসমীয়া সাহিত্যৰ যি বিশ্ববিমোহন দীপ্তি জিলিকি উঠিছিল, তাৰ ক্ষীণ জিলিঙনিয়ে আজিকোপতি জনগণমন উজ্জ্বল কৰি আছে। সেইবাবে শিক্ষাৰ্থীয়ে যাতে ছন্দ-উপমাৰে সমুজ্জ্বল তালমান যুক্ত কবিতাৰো আভাস পাব পাৰে তাৰ কাৰণে "কাব্য-প্ৰভা"ত দৃষ্টি ৰখা হৈছে। পাঠ্যৰ শেষত পৰিশিষ্ট সংযোজনাৰো এইটোৱেই মূল কাৰণ। পৰিশিষ্টৰ আখ্যান অংশৰ সম্পাদনত ৰামায়ণ, মহাভাৰত আৰু মূল ভাগৱতকেই যাইকৈ অৱলম্বন কৰা হৈছে।

আধুনিক অসমীয়া কবিতাৰ বিষয় আৰু ছন্দ ভঙ্গিমাই ইউৰোপীয় সাহিত্যৰ অনুপ্ৰেৰণাত বিচিত্ৰ বাট লৈছে। এই যুগৰ কবিসকলৰ ভিতৰত যিসকলৰ ভাব আৰু ৰচন ৰীতিয়ে একোটি বিশিষ্ট গঢ় লৈ উঠিছে তেওঁলোকৰ কবিতাহে 'কাব্য-প্ৰভা'ত সংগ্ৰহ কৰা হৈছে।

'কাব্য-প্ৰভা'ৰ কবিতা-চয়নত বিশেষকৈ কেইটামান কথালৈ চকু দিয়া হৈছে। যেনে:—

(১) পুৰণি কবিতাৰ উৎকৃষ্ট বাছনিৰ দ্বাৰা তাৰ প্ৰতি ছাত্ৰৰ আগ্ৰহ আৰু শ্ৰদ্ধা আকৰ্ষণ কৰা;

(২) সাম্প্ৰদায়িক বিদ্বেষমূলক আৰু আদিৰসপূৰ্ণ কবিতা যথাসম্ভৱ বৰ্জন কৰিবলৈ যত্ন কৰা ;

(৩) চনেট বা চতুৰ্দ্দশপদী কবিতা, বেলেড বা আখ্যানমূলক কবিতা ইলিজী বা শোকৰ কবিতা, অমিত্ৰাক্ষৰ ছন্দৰ কবিতা, বৰ্ণনাত্মক কবিতা আদিৰ যথাযথ সন্নিবেশৰ দ্বাৰা পুৰণি আৰু নতুন কবিতাৰ বৈশিষ্ট্য দৰ্শাবলৈ যত্ন কৰা ;

(৪) ভালেমান উৎকৃষ্ট গ্ৰন্থৰ পৰা বাছকবনিয়া একো অংশ যাথোন সন্নিবিষ্ট কৰি তাৰ মাধুৰ্য্যেৰে মূল পুথিলৈ ছাত্ৰক আকৃষ্ট কৰা ; ইত্যাদি ।

ভিন লোকৰ ভিন ৰুচি ; বিশেষকৈ ওপৰত উল্লেখ কৰা উদ্দেশ্যসমূহলৈ লক্ষ্য ৰাখি চয়ন কৰাৰ কাৰণে 'কাব্য-প্ৰভা'ত অনেক লিখকৰ উৎকৃষ্ট কবিতাও অন্তৰ্ভুক্ত হোৱা নাই। শিক্ষাৰ্থীৰ বোধজ্ঞান আৰু প্ৰয়োজনলৈ সততে সতৰ্ক হৈহে ইয়াক সৰবৰহী কৰিবলৈ যত্ন কৰা হৈছে ।

যি সকলৰ গৌৰৱময় কবিতাৰে জাতিৰ ভবিষ্যৎ সকলৰ কাৰণে 'কাব্য প্ৰভা' যুগুত কৰা হৈছে, তেখেত সকললৈ আমাৰ আন্তৰিক শ্ৰদ্ধা আৰু শলাগ আগ বঢ়াইছোঁ। এই ছেগতেই উল্লেখ কৰা উচিত যে উদাৰ জননায়ক শ্ৰদ্ধেয় শ্ৰীযুত গোপীনাথ বৰদলৈ দেৱৰ সৌজন্যত শিক্ষাবিভাগত কাম কৰিবলৈ সুবিধা পোৱা হেতুকেহে 'কাব্য-প্ৰভা' সম্পাদন সম্ভৱপৰ হ'ল। কৃতজ্ঞতাৰ ক্ষুদ্ৰ চিনস্বৰূপে 'কাব্যপ্ৰভা' তেখেতৰ নামতে অৰ্পণ কৰা হৈছে। 'অসম বুক ষ্টোৰ্চ'ৰ .গৰাকী ডাঃ গোৱালচন্দ্ৰ দুৱৰা ডাঙৰীয়াই এনে অৰ্থসঙ্কটৰ দিনতো কিতাপখনি শিক্ষাৰ্থীসকলৰ আগলৈ উলিওৱা কাৰণে, আৰু সতীৰ্থ সুহৃদ শ্ৰীযুত মহেশচন্দ্ৰ দেৱগোস্বামীয়ে কিতাপখনৰ ছপা আদি কাৰ্য্যত সৰ্ব্বতোপ্ৰকাৰে বুদ্ধি পৰামৰ্শ দি সহায় কৰাৰ কাৰণে, এই দুয়োজনাকে আন্তৰিক কৃতজ্ঞতা জনাইছোঁ ।

আহিকাকত চাওঁতে আখৰজোটনিত অজ্ঞাতে দুই এটি ভুল বৈ গল; শুভানুধ্যায়ী সকলৰ সহায়, সাহানুভূতি আৰু সজ নিৰ্দ্দেশ পালে 'কাব্য-প্ৰভাৰ' উন্নয়নলৈ ভবিষ্যতে যত্ন কৰা হব। ইতি—

কামৰূপ একাডেমী,
গুৱাহাটী, জুলাই, ১৯৪১

শ্ৰীঅতুলচন্দ্ৰ বৰুৱা

## তৃতীয় তাঙৰণ

এই সংস্কৰণত শিশু-লীলাৰ পৰা আৰু এছোৱা যোগ দিয়াৰ উপৰিও যি দুই এটি ভুল আছিল তাক আঁতৰাবলৈ যত্ন কৰা হৈছে। ইতি

ছিলং
১০।১১।৪৬

সম্পাদক

# সূচী

# পুৰণি ভাগ

## মাধৱ কন্দলি

[ মাধৱ কন্দলি শঙ্কৰদেৱৰ প্ৰায় ডেৰ শ বছৰৰ আগৰ এজন প্ৰধান কবি। প্ৰাক্ বৈষ্ণৱ কবিসকলৰ ভিতৰত মাধৱ কন্দলি সৰ্ব্বশ্ৰেষ্ঠ। শঙ্কৰদেৱেও তেওঁক আদি আৰু অপ্ৰমাদী কবি বুলি স্বীকাৰ কৰি গৈছে। তেওঁ 'দেৱজিত' পুথি লিখিছিল আৰু বৰাহী ৰজাৰ অনুৰোধত সপ্তকাণ্ড 'ৰামায়ণ' পদবন্ধে ৰচনা কৰিছিল। বৰাহী ৰজাসকল কছাৰী ৰজা আছিল। মাধৱ কন্দলিৰ জন্মস্থান নগাওঁ জিলাত। চতুৰ্দ্দশ শতিকাৰ শেহ ভাগত ৰাজত্ব কৰা বৰাহী ৰজা বিজয় মাণিক বা মহামাণিকৰ দিনত মাধৱ কন্দলিয়ে 'ৰামায়ণ' ৰচনা কৰে। প্ৰাক্-শঙ্কৰীযুগৰ অসমীয়া কবিতাৰ এটি সুন্দৰ চানেকি এই পুথিৰ পৰা পাব পাৰি। অযোধ্যাকাণ্ডৰ পৰা তলৰ পদ্যাংশটি দিয়া হৈছে। ]

### ৰামৰ ওচৰৰপৰা ভৰতৰ বিদায়

সবাকো বোলন্ত ৰামে কৰি দৃঢ় মন।
সবেলোকে মোক গ্ৰহ কৰা কি কাৰণ॥
জলৰ বুৰ্বুদ যেন অথিৰ জীৱন।
আমি কেনে এৰিবোহোঁ বাপৰ বচন॥
নৃপতি তিলক যত জগতে বখানি।
মৰি মৰি গৈল যেন জোৱাৰৰ পানী॥

## ৰামৰ ওচৰৰ পৰা ভৰতৰ বিদায়

চক্ষু নেদেখিলে তাক শুনিলে শ্ৰৱণে।
আছিল নাছিল হেন পতিয়াইব কোনে ॥
পুৰুকুচ্ছ ধুন্ধুমাৰ নৃপতি দিলীপ।
চক্ৰবৰ্ত্তী ভৰত সগৰ ৰঘু নৃপ ॥
ভগীৰথ যযাতি মান্ধাতা হেন বীৰে।
সবে মৰি মৰি গৈলা যমৰ মন্দিৰে ॥

*        *        *        *

বৰিষণ জল যেন শোষে ৰবি জালে।
সংহৰয় সবাকো তুৰ্ব্বাৰ যমকালে ॥
পূৰ্ণ চন্দ্ৰমাৰো কান্তি হৰয় সকল।
যেবে শুকাই পৰে সিটো সাগৰৰ জল ॥
পাতাল পৰ্য্যন্ত সাতো পৃথিবী নসয়।
মেৰু মন্দৰক আদি পৰ্ব্বত খসয় ॥
সূৰ্য্য আদি গ্ৰহ খসি ভূমিত পৰিব।
তথাপিতো আমি পিতৃ বাক্যক নেৰিব ॥
প্ৰাণৰ সংশয় যেবে মিলয় আমাৰ।
তথাপিতো নযাইবে মোহোৰ অঙ্গীকাৰ ॥
মোহোৰ বচন নিষ্ঠ মানিয়া মনত।
অযোধ্যাক লাগি চলা উলটি ভৰত ॥
যাৱে ছয় নতু হোৱে মোৰ পিতৃবাক্য।
তাৱত ভৰত গৈয়া চাৱা ৰাজ কাৰ্য ॥
কৌশল্যা সুমিত্ৰা মাৱ মৰিৱন্ত শোকে।
তুইকো পালিবি জুৰাইব দেখি তোকে ॥

কৈকেয়ী মায়ে মন্দ চিন্তিলা আমাক।
মোৰ দৈৱ আছে কোনে বাধিবেক তাক।
তাঙ্ক কোপ নকৰিবি দেখোহোঁ সঞ্জাত।
এতিক্ষণে মোহোৰ মাথাত দেস হাত।
মোৰ বাক্য বাধিয়া নলস ৰাজ্য ভাৰ।
জীৱ মানে তেবে তোক নমাতিবো আৰ॥

* * * *

আসিলি ভৰত তই মোক পৰীক্ষিত।
যেন শিশু মতি মোৰ নজান চৰিত॥
ৰামৰ নিষ্ঠুৰ বাণী শুনিয়া ভৰত।
যেন বজ্ৰপাতে দুঃখ মিলিলা মনত॥
বুলিলন্ত ৰাঘৱৰ চৰণত ধৰি।
তোমাক এৰিয়া মই যাওঁ কেনেকৰি॥
চৌধয় বৰিষ থাটিবাহা বনবাস।
তযু দুখে আমাৰ জীৱনে নাহি আশ॥
পৰম দাৰুণ বোল আমাক বুলিলা।
হানিলাহা আমাৰ হিয়াত বজ্ৰ শিলা॥
তযু আজ্ঞা পালি দেশ চলিবো নিশ্চয়।
পাৰন্তে কি জীয়ন্তা পৰাণী কিল সয়॥
তোমাৰ দুখনি পানৈ প্ৰভু দিয়ো মোক।
মাথাত ধৰিয়া তাক পাসৰিবোঁ শোক॥
সেহি পানৈযুৰি সিংহাসনত থাপিবোঁ।
তাকে ৰাজা পাতি সবে ৰাজ্যভাৰ দিবোঁ॥

## ৰামৰ ওচৰৰ পৰা ভৰতৰ বিদায়

তোমাৰ চৰণ সেৱা তাহাতে কৰিবোঁ ॥
বনবাস ব্ৰত যত গৃহতে ধৰিবোঁ ॥
ভৰতৰ ভকতিক ৰাঘৱে দেখিল ।
কুশৰ খৰমযুৰি পাছে তাঙ্ক দিল ॥
এক ঋষি থানত পাইলন্ত ৰঘুনাথে ।
সাদৰে ভৰতে তাক চৰাইলন্ত মাথে ॥
ফুৰি ফুৰি প্ৰদক্ষিণ কৰিয়া ভৰত ।
প্ৰণামিলা ৰামক ধৰিয়া চৰণত ॥
শিৰত ধৰিয়া আছিলন্ত কতোক্ষণ ।
সলোতক মনে পাছে বুলিলা বচন ॥
তোমাৰ চৰণ মই তেজিয়া অভাগী ।
তযু আজ্ঞা পালি যাওঁ অযোধ্যাক লাগি ॥
আসিলোহোঁ বুলি পুনু কৰিয় প্ৰণাম ।
কান্দতে চলিলা মুখে বুলি ৰাম ৰাম ॥
ৰাম দেশ যাইব হেন আশা গৈল টুটি ।
নিৰন্তৰ লোকে কান্দে পৃথিবীত লুটি ॥
ঋষি বৰ্গে কান্দন্ত নুহিকে চিত্ত ডাট ।
পৰম আকুলে কান্দে যত নট ভাট ॥
সীতায়ে ৰাঘৱে কান্দে আশ্ৰমত পশি ।
সকল বৃক্ষৰে ফল-ফুল গৈল খসি ॥
আনো ঋষি কান্দে কুশাসনত বসিয়া ।
বন জন্তু কান্দিলেক আহাৰ তেজিয়া ॥

* * * *

গুহ ৰাজা গৈলা পাছে শৃঙ্গবেৰ পুৰে ।
অযোধ্যাক ভৰতে দেখিলা কতো দূৰে ॥
নোশোভে নগৰী যেন প্ৰজা ভৈলে হীন ।
চন্দ্ৰ সূৰ্য্য বিনে নোশোভয় ৰাতি দিন ॥
ভৰতে বুলিলা পাছে সুমন্ত্ৰক বাণী ।
অযোধ্যা নগৰক দেখিয়োক মহামানি ॥
স্বৰ্গতো অধিক কৰি যাৰ কীৰ্ত্তি গৈল ।
হেন পুৰী যেহেন শ্মশানশাল ভৈল ॥
ৰাম দশৰথে ছিৰি গৈলন্ত সকলি ।
হাটখান মলিন যেহেন শূন্য স্থলি ॥
কৈকেয়ী মায়ে ভৈলা প্ৰচণ্ড অগনি ।
শুকান অৰণ্য প্ৰজা লাগি গৈল ছনি ॥
জাজ্বল্য সমান ভৈল ৰাম হিংসা ৰাৰে ।
প্ৰজা অৰণ্যক দহি অগনি উধাৰে ॥
সব ৰাজপুৰী দশৰথ গৈলা চলি ।
অযোধ্যা নগৰী ভৈল যেন পোৰা থলি ॥
অযোধ্যাত নদীত ভৈলা দশৰথ জল ।
কৈকেয়ীসে ৰবি জালে শুখিল সকল ॥
প্ৰজা মৎস্য কচ্ছপ তৰত পৰি মৰে ।
ৰাম শোক মৎস্যৰঙ্গে খেদি খেদি ধৰে ।
হেন বুলি গৈলন্ত ৰাজাৰ বাসহৰ ।
সিংহে খেদিলেক যেন কুঞ্জৰ কন্দৰ ॥
বন্ধুজন সমে থাকিলন্ত বিমৰিষি ।
সব জন আপুনি গৈলন্ত দিশাদিশি ॥

# শঙ্কৰদেৱ

[ শঙ্কৰদেৱ অসমৰ প্ৰধান বৈষ্ণৱ কবি। তেওঁৰ জন্ম ইং ১৪৪৯ খৃঃত আৰু মৃত্যু ইং ১৫৬৯ খৃঃত। পুৰাণ ভাগৱত আদি সংস্কৃত শাস্ত্ৰবপৰা সাৰ সংগ্ৰহ কৰি তেওঁ সকলোৱে বুজিব পৰাকৈ মধুৰ ছন্দত পদ-পুথি ৰচনা কৰিছিল। তেওঁৰ ৰচিত 'কীৰ্ত্তন' পুথি অসমীয়া সাহিত্যৰ যুগমীয়া কীৰ্ত্তি-স্তম্ভ। পদ-পুথিত বাজেও নাট, বৰগীত, ভটিমা আদিও তেওঁ ৰচনা কৰিছিল। ভাগৱতৰ ১ম, ২য়, ৮ম, ১১শ, ১২শ খণ্ড, দশমৰ আদি ভাগ, ৰামায়ণৰ উত্তৰকাণ্ড, ৰুক্মিণী হৰণ, অনাদি পাতন, ভক্তি-ৰত্নাকৰ, ভক্তি প্ৰদীপ অজামিলোপাখ্যান আদি পুথি আৰু কালীয় দমন, ৰাসযাত্ৰা, পত্নী-প্ৰসাদ আদি নাট তেওঁৰেই অমৃতময় লেখনীৰ দান। তেওঁৰ হাতৰেই পোনপ্ৰথমে পুৰণি অসমীয়া সাহিত্যই এটি বিশিষ্ট গঢ় লয়। তলৰ বৰ্ণনা তেওঁৰ প্ৰথম পুথি ৰুক্মিণীহৰণ কাব্য আৰু কীৰ্ত্তনৰ শিশুলীলা খণ্ডৰপৰা উদ্ধৃত। ঘৰুৱা নিভাঁজ অসমীয়াত অঁকা অসমীয়া দৃশ্যৰ বৰ্ণনা-চিত্ৰ একোটি ইয়াত দেখিবলৈ পোৱা যায় ]

## কুণ্ডিন নগৰৰ বৰ্ণনা

কুণ্ডিন নগৰ অতি মনোহৰ
দেখিলা শ্ৰীগোপাল।
নানাবিধ ঘৰ অতি উচ্চতৰ
পৰম চাৰু চৌচাল॥
কতো গৃহ আছে সাজি শুদ্ধ কাঁচে-
উপৰে বজ্ৰৰ কাম।
যেন শুক্লগিৰি আছে শাৰী শাৰী
দেখিবাক অনুপাম॥

বিচিত্ৰ কষটি    কাটি শিলাকুটি
গৃহৰ বান্ধিলা কাষ্থি ।
তাতো নানা পট    ঘট নট ভট
প্ৰকটি গড়িল হাথি ॥
বাঘ ঘোৰ সিংহ    নানা বিহঙ্গম
শাৰী শাৰী সাজিয়াছে ।
অনেক পুতলি    আছে হাত তুলি
অঙ্গিভঙ্গি কৰি নাচে ॥
দৰ্পণ আকাৰ    সাজি দিলা বাৰ
ৰুদ্ৰাক্ষ দিলন্ত তাত ।
ফটিকৰ পাট    চৌপাশে বজ্ৰয়
লগাই আছে হস্তী দাঁত ॥
সুবৰ্ণৰ ঘট    কৰে ফটফট
বিশেষ গৃহ উপৰে ।
বজ্ৰসম দৃঢ়    চৌপাশৰ গড়
দেৱৰো দুৰ্গম বৰে ॥
বিচিত্ৰ বাখৰ    বিকে নিৰন্তৰ
বণিয়ালোকে প্ৰবন্ধে ।
আগৰ চন্দন    বাসে সৰ্ব্বক্ষণ
আমোদ কৰয় গন্ধে ॥
বেল জাঁইফল    ডাব নাৰিকল
ভাজি বিকে কতো জুনা ।
চিনি কৰপুৰ    বিকয় প্ৰচুৰ
গন্ধে গন্ধ ধুপ ধুনা ॥

## কুণ্ডিন নগৰৰ বৰ্ণনা

হাট বাট বেৰি কৰে নানা খেৰি
নগৰী যত ছৱাল।
অনেক ৰমণী পিন্ধে কিনি কিনি
মুকুতা হীৰা প্ৰৱাল ॥
অসংখ্য পুখুৰী চপ চপ্ কৰি
চাৰু জলে আছে ভৰি।
চাৰিও কাষৰে বান্ধিলা বাখৰে
ঘাটে ঘাটে খাটখৰি ॥
পাৰে পাৰে তাৰ ফুলে জাতিস্কাৰ
চম্পক বক বন্দূলী।
জলত কমল ভেট উতপল
পদ্ম আছে ফুলি ফুলি ॥
কোড়া কঙ্ক বক অনেক চটক
জলে পৰি থাকে ৰঙ্গি।
প্ৰমত্ত নিৰ্ভয় ৰাজহংস চয়
মৃণাল ভুঞ্জে উভঙ্গি ॥
ব্ৰাহ্মণৰ বেদ শুনি অবিচ্ছেদ
সততে নিৰতে পূজা।
কেঁহো নোহে দুঃখী সবে মহাসুখী
ভীষ্মক ৰজাৰ প্ৰজা ॥
দৈৱকী নন্দনে আতি ৰঙ্গমনে
দেখিল কুণ্ডিন পশি।
নেত্ৰক বলাই চৌভিতিক চাই
চলি যান্ত ৰথে বসি ॥

দিব্য ৰথে বসি যেন পূৰ্ণ শশী
চলি যান্ত চপ্‌ কৰে ।
প্ৰজাৰ গিড়ত মহী জলদোপ
সাজি যান্ত আড়ম্বৰে ॥
অনেক ৰাহুত ঘোঁৰাৰ পিঠিত
মাৰে চাবুকৰ বাৰি ।
বিদ্যুত সঞ্চাৰে ৰথগতি কৰে
বায়ুবেগে যান্ত লৰি ॥
অসংখ্যাত ৰথ জুৰি ৰাজপথ
সবে চলে লীলা কৰি ।
পদাতি যতেক ধাৱে অতিৰেক
কৃষ্ণক যোগান ধৰি ॥
বাৱে বাদ্যভণ্ড চিহ্ন চৌড়াদণ্ড
নচুৱাৱে একে জোপে ।
মহা মহা বীৰে ধনুক আজুৰি
টঙ্কাৰ কৰে আটোপে ॥
হেন চমৎকাৰ দেৱদামোদৰ
চলি যান্ত ৰথ ৰবে ।
কটকৰ হুসি শুনি উসমিসি
লাগিল সবে নগৰে ॥
ভৈল জনা শুনা পাইল নিষ্টে জানা
আসিলা দেৱ মুৰাৰি ।
চাহিবাক প্ৰতি আসিলা উভতি
কুণ্ডিনৰ নৰনাৰী ॥

# কুণ্ডিন নগৰৰ বৰ্ণনা

কতো বৃক্ষডালে কতো উঠে চালে·
বৃক্ষক চাৰে হৰিষে।
দূৰ্ব্বাক্ষত ফুলে ভৰিয়া অঞ্জলি
কৃষ্ণক শিৰে বৰিষে॥
জয় জয় বুলি দুয়ো হাত তুলি
প্ৰজায়ে পাৰে ঝোকাৰ।
কৃষ্ণক দেখিবো জন্ম সাফলিবোঁ
পুৰুষ হৈবে উদ্ধাৰ॥
.সংসাৰ মোহন দৈৱকী নন্দন
উপমাক নাই ঠাই।
আছোক যুৱতী পুৰুষৰ মতি
ৰূপ দেখি মোহ যায়॥
নগৰী লোকত শুনিয়া বেকত
অন্যে অন্যে কহে বাণী।
ৰুক্মিণীৰ প্ৰতি তেহেন্তসে পতি
দৈবে নিয়োজিল আনি॥
জানিলো নিশ্চয় দৈৱকী তনয়
স্বামী হৈবা ৰুক্মিণীৰ।
হেন গলা ৰৱ শুনিয়া মাধৱ
চলি যান্ত ধীৰে ধীৰ॥

# শিশু লীলা

## (১)

কৃষ্ণ ৰূপে দৈৱকীত ভৈলা অৱতাৰ ।
শঙ্খ চক্ৰ গদা পদ্ম কৰত তোমাৰ ॥
পীত বস্ত্ৰে শোভে অতি শ্যাম কলেৱৰ ।৮
কমল লোচন চাৰু অৰুণ অধৰ ॥

সুন্দৰ নাসিকা কৰ্ণে মকৰ কুণ্ডল ।
কণ্ঠত কৌস্তুভ শিৰে কিৰীটি উজ্জ্বল ॥
আপাদ লম্বিত বনমালা জ্বলে গলে ।
শোভে অতি শ্ৰীবৎস বহল বক্ষস্থলে ॥

চাৰু চাৰি ভুজ জ্বলে আজানু লম্বিত ।
কৰীকৰ সম উৰু বৰ্ত্তুল বলিত ॥
চৰণ কমল যেন নৱ পদ্মকোষ ।
যাক দেখি ভকতৰ পৰম সন্তোষ ॥

প্ৰসন্ন বদন জ্বলে অলকা তিলক ।
বসুদেৱে দেখিলন্ত অদ্ভুত বালক ॥
পৰি হুয়ো প্ৰাণী পাছে কৰিলন্ত স্তুতি ।৯
পিতৃত কহিলা পাছে সমস্ত যুগুতি ॥

ভৈলা শিশুৰূপ তৈতে প্ৰভু নাৰায়ণ ।
কোলে লৈয়া বসুদেৱে লৰিল তেখন ॥
ভাঙ্গিল নিহাল ভৈল মেলান কপাট ।
দেখি ভয়ে যমুনা আপুনি দিলা বাট ॥

-বৰিষে কণিকা মেঘে ওপৰত গৰ্জ্জে ।
ফণায়ে ধৰিলা ছত্ৰ আসি সৰ্পৰাজে ॥
যশোদাৰ তৈতে উপজিল যোগমায়া ।
অতি অচেতনে নিদ্ৰা গৈল নন্দজায়া ॥

তাহান শয্যাত নিয়া থৈলন্ত তোমাক ।
বসুদেৱে আনিলন্ত নন্দৰ কন্যাক ॥
শিশুভাৱে গোকুলত ক্ৰীড়িলা অপাৰ ।
সাধিলা অনেক প্ৰীতি নন্দ যশোদাৰ ॥

অচিন্ত্য মহিমা হৰি পুৰুষ প্ৰধান ।
লীলা কৰি অনেক দৈত্যৰ লৈলা প্ৰাণ ।
কংসৰ পাঞ্চনি পাই যত দৈত্য আসে ।
তুমি অগনিত যেন পুৰি মৰে ত্ৰাসে ॥

আসিলেক পুতনা মোহিনী নাৰীবেশে ।
স্তন দিয়া শিশু মাৰি ফুৰে দেশে দেশে ॥
কোলে ধৰি তোমাক দিলেক স্তন দান ।
স্তন পানে পুতনাৰ শুষিলন্ত প্ৰাণ ॥

-শকটৰ তলে থৈল যশোদা শুৱাই ।
লাঠি হানি পেলাইল শকট ওভোতাই ॥
হেন দেখি যশোদা সুন্দৰী মহা দুঃখে ।
আথে বেথে কোলে লৈয়া স্তন দিল মুখে ॥

# শিশু লীলা

## ( ২ )

যত গোপ শিশু বলাই আদি ।
সবে ভৈলা গৈয়া কৃষ্ণৰ বাদী ॥
যশোদাৰ আগে দিলেক থল ।
খাইলেক কৃষ্ণে মাটি একদল ॥
শুনিয়া যশোদা সুন্দৰী হাসি ।
পুত্ৰৰ হাতত ধৰিল আসি ॥
কেনে মাটি খাইলি অৰে গোপাল ।
কোবাই আজি তোৰ ফাৰিবো ছাল ॥
শুনিয়া কৃষ্ণৰ হৰিল মাত ।
চক্ষু টেৰ কৰি মাৱক চান্ত ॥
ভয়তে যেন কাম্পে হাত ভৰি ।
যশোদা দেখে পুত্ৰ গৈলা ডৰি ॥
মুখক চাহন্তে লাগয় বেথা ।
কিয় মাটি খাইলি সোধন্ত কথা ॥
নগৰ শিশু বোলে সমুদায় ।
বলায়ো বোলে তোৰ শ্ৰেষ্ঠ ভাই ॥
মাতন্ত কৃষ্ণে যশোদাক চাই ।
মিছা মাতে সবে শুনিয়ো আই ॥
কদাচিতো মই নখাওঁ মাটি ।
দদা বলভদ্ৰে মাতন্ত ঘাটি ॥
পতিয়ান নাই চোৱা বিচাৰি ।
হেন শুনি মাতে যশোদা নাৰী ॥

বাম্বো বেন্ত যেবে মাটি নখাইলি ।
শুনিয়া শিশুৰূপী বনমালী ॥
চোৱা মুখ বুলি মাৰক মাতি ।
বাইলন্ত বেন্ত প্ৰকাশিয়া আতি ॥
যশোদা সুন্দৰী দেখন্ত পাছে ।
সমস্ত জগত গৰ্ভতে আছে ॥
সাতোখন দ্বীপ সাতো সাগৰ ।
গিৰি বন নদী গ্ৰাম নগৰ ॥
বায়ু সূৰ্য্য শশী দিশ আকাশ ।
তৰাগণ তৈতে কৰে প্ৰকাশ ॥
সমস্তে জীৱ জ্যোতিস্তেজ জল ।
সত্ত্ব ৰজস্তম ইন্দ্ৰিয় বল ॥
মন বুদ্ধি কাল কৰ্ম্ম যতেক ।
সবাকো গৰ্ভতে দেখে প্ৰত্যেক ॥
যতেক ধেনু গোপ গোপীজাক ।
যশোদা দেখে তৈতে আপোনাক ॥
পৰম শঙ্কাক পাইলন্ত সতী ।
অদ্ভূত দেখিয়া বোলন্ত মাতি ॥
কিবা ভ্ৰম ভৈল মোহক পায়া ।
দেখিলো স্বপ্ন কিবা দেৱমায়া ।
কিবা জানে মায়া মোৰ তনয় ।
কৰিবে নোৱাৰো একো নিশ্চয় ॥
ইহিকন্ত মোৰ পুত্ৰ মানুষ ।
এতেকেসে বিষ্ণু আদি পুৰুষ ॥

এহি বুলি চিন্তে দচায়া সতী ।
কৰযোৰে কৰে কৃষ্ণক স্তুতি ॥
যিটো ব্ৰহ্ম নোহে তৰ্ক গোচৰ ।
নপাৰে বচনে মনে ওচৰ ॥
নাহি উতপতি নাহি মৰণ ।
সদায়ে প্ৰণামো তানে চৰণ ॥
মই যশোদা মোৰ পুত্ৰ স্বামী ।
ব্ৰজৰ সবে অধিকাৰী আমি ॥
·হেন অহম্মম সদায় কৰো ।
যাহাৰ মায়াত উপজো মৰো ॥
·হেন জগন্নাথ হুয়োক গতি ।
খণ্ডায়োক আৰে মোৰ কুমতি ॥
শুণন্ত শুনি ত্ৰিজগত, পতি ।
বিষ্ণু হেন মোক জানিল সতী ॥
কৰিল বৈষ্ণৱী মায়া বিস্তাৰ ।
গুচিল বিষ্ণু জ্ঞান যশোদাৰ ॥
কৃষ্ণত পুত্ৰ ভৈল জ্ঞাত ।
ধুলা জাৰি তুলি লৈল কোলাত ॥

# মাধৱদেৱ

[ অসমৰ বৈষ্ণৱধৰ্ম্ম প্ৰচাৰক শঙ্কৰদেৱৰ প্ৰধান শিষ্য, চিৰকৌমাৰ্য্য ব্ৰতাৱলম্বী মাধৱদেৱে কৃষ্ণ-মাহাত্ম্য প্ৰকাশক উৎকৃষ্ট পদগ্ৰন্থ, বৰগীত আদি ৰচনা কৰিছিল। পুৰণি অসমীয়া সাহিত্যত তেওঁৰ 'নামঘোষা' আৰু বৰগীত সমূহে অতি উচ্চ স্থান অধিকাৰ কৰিছে। মাধৱদেৱ ১৪১১ শকৰ পৰা ১৫১৮ শকলৈ জীয়াই আছিল। বাৰকুৰি অসমীয়া বৰগীতৰ ভিতৰত মাত্ৰ ত্ৰিশটাহে শঙ্কৰদেৱে ৰচিছিল; বাকীবোৰ মাধৱদেৱৰ ৰচিত। এই "বৰগীতবোৰ ওখ নৈতিক আৰু আধ্যাত্মিক ভাবৰ ওপৰত প্ৰতিষ্ঠিত। সেই কাৰণেই সেইবোৰক বৰগীত বোলা হয়। একালে লোকৰঞ্জন আনফালে অতৰ্কিতভাৱে আধ্যাত্মিকতাৰ ওখ আসনলৈ জনসমাজৰ মন আকৰ্ষণ—এয়ে অসমীয়া সাহিত্যত বৰগীতৰ ঐতিহাসিক বিশেষত্ব" (ডাঃ কাকতি)। অন্যান্য গীত নাট আদিৰ দৰে বৰগীতবোৰৰ মাজেদিও মাধৱদেৱৰ উপাস্য দেৱতা কৃষ্ণৰ প্ৰতি বাৎসল্য প্ৰেমৰ অভিব্যক্তি স্পষ্টকৈ পৰিলক্ষিত হৈছে।

মাধৱদেৱৰ সুগায়কত্বই এই গীত, বৰগীত আদিক অতীব ললিত আৰু সুৰদি কৰি তুলিছিল। দধিমথন, ৰাসঝুমুৰা, পিপৰাগুচুৱা, চোৰধৰা, ভূমিলোটোৱা আদি নাট আৰু বৈষ্ণৱকীৰ্ত্তন, ভক্তি-ৰত্নাৱলী, গুপ্তমণি, অমূল্যৰত্ন, নামঘোষা আদি পুথি তেওঁৰেই ৰচিত।

## বৰগীত

(১)

মোহন বাৱত মুৰুৰী ৰে কানু!
শুনি ব্ৰজ ৰমণীক নৰহে পৰাণু॥
মধুৰ বাঁশীৰ স্বৰে অমিয়া ঝৰয়।
পাষাণ দ্ৰৱয় মৃত তৰু মুঞ্জৰয়॥

সচেতন সব থিক অচেতন হোই।
তৰঙ্গিণী সব বহু অচলিত হোই ॥
সচৰ অচৰ হয় চৰাচৰ গতি।
ঐচন মোহন বেণু পূৰে যদুপতি ॥
ত্ৰিভুবন বিমোহিত গোবিন্দক বেণু।
কহয় মাধৱ গতি কান্থ পদ ৰেণু ॥

( ২ )

সোই সোই শ্যাম মনোহৰ, দেখিয়ো নয়ন ভৰি।
ব্ৰজৰ প্ৰজাৰ ভাগ্য ফল গোটে, আছয় মূৰুতি ধৰি ॥
শ্যাম নাম নৱ অমৃত ৰসেৰ
একপে ভৈল ভাণ্ডাৰ।
গোকুল বাসীৰ নয়ন উৎসৱ
আনন্দ কুসুম সাৰ ॥
যেহি অঙ্গে গৈয়া দৃষ্টিপাত হয়
তথায়ে স্তম্ভিয়া ৰয়।
কতনা নয়নে পান কৰিবেক
যতেক মাধুৰী বয় ॥
দেখিতে দেখিতে নবীন নবীন
ৰূপেৰ লাবণ্য বলে।
একপ তেজিয়া আৰৰ দেখিয়া
নয়ন মৰে বিফলে ॥
লাজে মনমথে মূৰুতি নধৰে
ৰূপেৰ দেখি মাধুৰী।

লাৱণ্য দেখিয়া          সব চুৰ ভৈল
বিধিৰ যত চাতুৰি ॥
কত জনমেৰ          ভাগ্যে মিলি আছে
গোকুলেৰ সুমঙ্গল ।
এৰূপ লাৱণ্য          যিজনে দেখয়
তাৰেসে জন্ম সফল ॥
এৰূপ মাধুৰী          তেজিয়া আৱৰ
দেখিতে মন নধাৱে ।
মোৰ নিজ গতি          নন্দেৰ নন্দন
মূৰুখ মাধৱে গাৱে ॥

( ৩ )

কদম্ব তৰু তলে, নবীন নীৰদ, ৰুচিৰ সুন্দৰ শ্যাম ।
ভুৱন মোহন, মূৰুতি মনোহৰ, কতিহো নাহি উপাম ॥
ভ্ৰুৱ মনোহৰ          নয়ন চঞ্চল
বয়ন চান্দ উজোৰ ।
হাসিতে অমিয়া          বৰিষে পেখি সখি
জীৱন নাৰহে মোৰ ॥
কতনা যতনে          বিধি নিৰমিল
সুন্দৰ কানুক ৰূপ ।
পেখিতে লাৱণ্য          লাজে ভয় পুন
কোটি মনমথ চুপ ॥

ৰতন ভূষণ যৈচে নিৰমিল
গগণে তাৰা স্থহাই ।
কহয় মাধৱ হামাৰি মজু মন
নন্দ নন্দন পাই ॥

( ৪ )

তেজৰে কমলাপতি পৰভাতে নিন্দ ।
তেৰি চান্দমুখ পেখোঁ উঠ ৰে গোবিন্দ ॥
ৰজনী বিদুৰ দিশ ধৱলি ৰৰণ ।
তিমিৰ ফাড়িয়া বাঝে ৰবিৰ কিৰণ ॥
শতপত্র বিকশিত ভ্রমৰ উড়াই ।
ব্রজবধু দধি মথে তুৱা গুণ গাই ॥
দাম স্থদামে ডাকে তেৰি লৈয়া নাম ।
হেৰ দেখ উঠিয়া আসিল বলৰাম ॥
নন্দ গেল বাথানে গোৱাল গেল পাল ।
স্থৰভী চাৰিতে লাগে উঠৰে গোপাল ॥
ক্ষীৰ লৱণু লৈয়ো শিঙ্গা বেত বেণু ।
সকলো মেলিয়ো বৎস হাম্বালায়ে ধেন্থ ॥
কহয় মাধৱ মাই কিনো তপসাইলা ।
ত্রিজগত পতি হৰি বাথোৱাল পাইলা ॥

## ৰাম সৰস্বতী

[ ৰামসৰস্বতী শঙ্কৰদেৱৰ সমসাময়িক কবি। বহুতে অনন্তকন্দলি, শ্ৰীচন্দ্ৰভাৰতী আদি ৰাম সৰস্বতীৰেই অন্য নাম বুলিব খোজে। শুক্লধ্বজ ৰজাৰ অনুৰোধত তেওঁ মহাভাৰতৰ ২৪ হাজাৰ পদ অসমীয়াত ৰচনা কৰে। পদ পুথি ৰচনা কৰোঁতে তেওঁ বৈষ্ণৱ-সাহিত্যৰ আদৰ্শবাদৰ পৰা কোনো. কোনো সময়ত ওলাই আহি সাধাৰণ লোকৰ প্ৰীতিকৰ আলোচনাত যোগ দিছিল। মুঠতে তেওঁ বৈষ্ণৱ সাহিত্যৰ হৰিভক্তি ৰস-সাগৰৰ পৰা অসমীয়া সাহিত্যক ক্ৰম্ ক্ৰমতে লোকৰঞ্জনৰ প্ৰীতিকৰ কাব্যক্ষেত্ৰলৈ আহিবলৈ শিকায়। "অশ্বকৰ্ণৰ যুদ্ধ" কাব্যত তেওঁ চৰিত্ৰ অঙ্কনৰ পাৰদৰ্শিতাও দেখুৱাইছে। তথাপি তেওঁৰ কীৰ্ত্তি যাইকৈ নিৰ্ভৰ কৰিছে—অসমীয়া মহাভাৰতত। অসমীয়া মহাভাৰতৰ বনপৰ্ব্ব পুথিবোৰ লগ কৰিলেই এখন প্ৰকাণ্ড গ্ৰন্থ হব। তলৰ কথাখিনি বনপৰ্ব্বৰ পৰাই উদ্ধৃত। বন-ভ্ৰমণৰ কঠোৰ নিৰ্য্যাতন সহ্য নোহোৱাত যেতিয়া যুধিষ্ঠিৰ ঘৰলৈ উলটিব খুজিছিল, সেই সময়ত শ্ৰীকৃষ্ণই কিদৰে তেওঁক নৈষ্ঠিকতাৰ বিষয়ে বুজাইছিল—তাৰেই আভাস ইয়াত আছে। ]

### শ্ৰীকৃষ্ণৰ প্ৰবোধ বচন আৰু পাণ্ডৱৰ কাম্যবন ত্যাগ

হেন শুনি কৃষ্ণে মনত আনন্দে
বুলিবে লৈলা বচন।
মোহোৰ সন্মত শুনিয়োক আৰে
ৰাজা কৰি থিৰ মন॥

-সত্য ৰাখি তুমি আসিলা বনক
ভৈল মাস কতিপয়।
আৰে যদি তুমি - ৰাজ্যক চলাহা
তথা কথা নবহয় ॥
আপোনাৰ পক্ষ ৰাখি যিটো জনে
নিজ ধৰ্ম্ম আচৰয়।
আত্ম প্ৰয়োজন সুবুলি তাহাক
জানন্তা সবে কহয় ॥
দেৱকাৰ্য্য সাধি প্ৰাণী হিত অৰ্থে
যি জনে হিত আচৰে।
আত্ম প্ৰয়োজন তাহাকে বোলয়
জানে আক সাধু নবে ॥
ভূতপ্ৰাণী অৰ্থে দেহক এৰিয়া
কৰে লোক উপকাৰ।
ইহ পৰলোক অকল্যাণ নাহি
যশস্তা ৰাঢ়ে বিস্তৰ ॥
উপকাৰী লোক জানি কৰে যিটো
কৰে মাত্ৰ উপকাৰ।
তাৰ অল্পযশ নাবাঢ়য় জানা
শাস্ত্ৰৰ এহি বিচাৰ ॥
অশাশ্বত দেহ নেৰিলে এৰয়
ইহাতে বিশ্বাস নাই।
-জানি সাধু জনে অত স্পৃহা এৰি
যশৰাশি থৈয়া যায় ॥

## শ্ৰীকৃষ্ণৰ প্ৰবোধ বচন আৰু পাণ্ডৱৰ কাম্যবন ত্যাগ

পূৰ্ব্বে যতমানে আছিল নৃপতি
সাৰ্ব্বভৌম অধিকাৰী।
অনৰ্থ দেহক এৰিয়া লোকৰ
আছয় হিত আচৰি ॥
এহি দেহ বৃক্ষে লাগিয়া আছয়
সুখ দুখ দুই ফল।
দুইৰো কাৰণ ঈশ্বৰেসে জান
বুঝে আৰ বলাবল ॥
ইয়াৰ সঙ্গত পুত্ৰ ভাৰ্য্যা ধন
শোকৰ হোৱে কাৰণ।
কালে সংহাৰিলে এৰা এৰি হোৱে
আক ৰাখে কোন জন ॥
বলিষ্ঠ দৰ্পিষ্ঠ ধনুৰ্দ্ধৰ বৰ
কালৰ আগত নাই।
পুত্ৰ ভাৰ্য্যা সবে মাৰিয়া নিময়
থাকে দান্ত নিকটাই ॥

## শিষ্ট ভট্টাচাৰ্য্য

[ শিষ্ট ভট্টাচাৰ্য্য বৈষ্ণৱ যুগৰেই এজন কবি। তেওঁৰ জন্ম স্থান আৰু জন্ম-কাল সম্বন্ধে ভালকৈ একো নিৰ্ণয় হোৱা নাই। তেওঁৰ ৰচনাত শঙ্কৰদেৱৰ প্ৰভাৱ সুন্দৰকৈ পৰিলক্ষিত হয়। "শিশুপাল বধ" কাব্যখনেই তেওঁৰ বিশিষ্ট সাহিত্যিক সম্পদ। তলত দিয়া কাব্যাংশ খিনিৰ পৰা কবিৰ সমসাময়িক সমাজৰ কথাৰীতি আৰু ঘৰুৱা প্ৰবচন সম্বন্ধে বহুখিনি অনুমান কৰিব পাৰি। ]

## শিশুপালৰ প্ৰতি কৃষ্ণৰ কটূক্তি

হাসিয়া হাসিয়া শ্ৰীকৃষ্ণে বোলয়
শুন তই শিশুপাল।
ৰাজ সমাজত এতেক কদৰ্থ
তই কতমান ভাল॥
বসিবাৰ পৰা কদৰ্থনা কৰ
এভো নেৰ তই মোক।
নমাতি থাকিলে এড়াইবে নোৱাৰো
কিছু মাতিবোহোঁ তোক॥
অতক পলাইলো তেওৱে নেড়াইলো
তই পাপিষ্ঠৰ হাত।
কিসক এতেক লপস অধিক
ৰাজাৰ ৰাজসভাত॥

## শিশুপালৰ প্ৰতি কৃষ্ণৰ কটূক্তি

জগত খানত সৰগৰ যত
আছয় প্ৰাণী সমস্ত
মই যে নজানো কোনে এনে কৰে
মনুষ্যৰ সমাজত ॥
সামান্য জনক ৰাজ সমাজত
কোনেনো ধিক্কাৰ কৰে ।
আজি সমাজত এতেক কদৰ্থ
কোননো দোষ অন্তৰে ॥
পুৰবৰেপৰা তই শিশুপাল
ভাল নেদেখস মোক ।
মিছা যে কাৰ্য্যত সমাজ খানত
এতেক কদৰ্থ মোক ॥
আজি সমাজত কদৰ্থনা কৰি
তেও যে তুষ্ট নভৈলি ।
মোহোক এতেক ধিক্কাৰ কৰিয়া
কতমান বৰ ভৈলি ॥
সবাৰো মধ্যত ধূমকেতু গোট
বাঢ়িলি তই অনিষ্ট ।
জাতি কুটুম্বৰ তই যে হিংস্রক
জানিলোহোঁ নিষ্টৈ নিষ্ট ॥
এনেকি দোষত এনে সমাজত
মাতস কুল উধাই ।
বাটৰ ঘুৰৰি পৰকিবে লোকে
তইসে চাণ্ডাল ভাই ॥

## শিশু ভট্টাচাৰ্য্য

সিহেন যাদৱী পেসীৰ গৰ্ভত
তই পাপী জনমিলি।
লাজ বৈলক্ষ্ক জ্ঞান মৰ্য্যাদাক
তই একো নজানিলি॥
বেলি আবেলিক কিছু নজানিলি
মাতস মাত্ৰ দ্বন্দ্ব।
পৃথিবীমণ্ডলে বিচাৰি নপাইলো
তোহোৰ সম নিষ্ঠুৰ॥
সবাহাতে কৰি মোক মাত্ৰ অতি
হিংসিলিহি দিনে ৰাতি।
সকটিবেপৰা মোকেসে হিংসিলি
তথাপি নভৈল শাঁতি॥
আজ্জি সমাজতে এতেক কদৰ্থি
তেওযে তুষ্ট নভৈলি।
কোননো বিধতা স্ৰজিলেক তোক
দ্বন্দৰ কঠীয়াতলী॥
অনেক দিনৰ পৰা শিশুপাল
তই মোক দ্বন্দ জোকাস।
পিঙ্গলা সাপত গাৰ খেলাৱস
বাঘত আঙুলি বাস॥
কেহ্নৰা জনক দ্বন্দ জোকাস্
তাক জানে তই জান।
তিন ভুপকত দুই চক্ষু থাইবি
শিৰত মুকুটি হান॥

## শিশুপালৰ প্ৰতি কৃষ্ণৰ কটূক্তি

কিসৰ দোষত কৰ তিৰস্কাৰ
কেৱলে কাল মুণ্ডণি।
তোহোৰ গালিয়ে কামুৰি নথায়
কাণত আপচু শুনি॥
পৰে যে পৰক যদি মন্দ বোলে
কোনে কৰে অপমান।
গোত্ৰ যে কুটুম্বে যদি মন্দ বোলে
তাতে বৰ পাই টান॥
বৰ নিলগিয়া নোহ শিশুপাল
হোৱ সম্বন্ধত ভাই।
পেসী সুত হুই তিৰস্কাৰ কৰ
কেৱলে মুখ নচাই॥
ধানৰ যে ধুলি গোত্ৰৰ যে গালি
দুইকো সহন নযাই।
নমাতিবে দেখি এতেক মাতস
তাতেসে আশঙ্কা পাই॥
যিটো নিমিত্তত নমাতি আছোহোঁ
তাক শুন শিশুপাল।
পৃথিবীমণ্ডলে বিচাৰিয়া পাইলো
তই বৰ খৰিয়াল॥
মই বোলো হেৰ মাতিবে নজানো
আছোহোঁ জিজ্ঞাসা চাই।
তোতপৰে আৰ ইতৰ পুৰুষ
পৃথিবীমণ্ডলে নাই॥

## শিষ্ট ভট্টাচাৰ্য্য

তোত নোবোলাহোঁ ঈশ্বৰে ইতৰে
কিসক মাতিবে লাগে।
সেহি কাৰণেসে এতেক লপিবে
পালিহি পাগল ছাগে॥
ভোবোলা ছাগলি সিংহক সিয়াঁৰে
আপোনাক বৰ মানি।
ভতুৰা কুকুৰে কামোৰ মাৰয়
গৃহস্থ চোৰ নজানি॥
নৰক দেখিলে শৃগাল ওলাই
লুকাই বন সোমায়।
গধূলি পুৰায়ে আটাস পাৰয়
মোত কৰি বৰ নাই॥
উলুত সুমাই তুই গোধা লুকাৱে
বোলে কিছু নাই মোৰ।
গৰু জাকে জাকে তুৰাৰে ডকাৱে
সি বোলে পৰক চোৰ॥
হাতী চুৰি কৰি যাই আগে আগে
বেঙেনা চোৰক ধৰে।
নাকোটি কাটিলে লাজ নলাগয়
নখোটি কাটিলে মৰে॥
সেই পণ্ডিত তইসে ইতৰ
নিন্দন্তে আছস মোক।
ভৰি আঙুলিত কামুৰি নেৰস
যেন গোমাটৰ জোক॥

## শিশুপালৰ প্ৰতি কৃষ্ণৰ কটূক্তি

তোৰ তিৰস্কাৰে  জানিবি আমাৰ
সি পুন গাৱ নোছোৱে ।
যতেক কুকুৰে  কামোৰ মাৰয়
আঠুৰেসে নাম হোৱে ॥
যুধিষ্ঠিৰ ৰাই  অনাইল মতাই
বৈসালে ৰাজ সমাজে ।
তই পাপিষ্ঠক  অমান্য কৰিলে
তাক কহ কোন লাজে ॥
আনজন হলে  এহুবা কথাক
লাজত কতো নকৰে ।
সাত লক্ষ ৰাজা  গাৱে গাৱে লোধ
মাগি কোনে মান্য লৱে ॥
কাহাকো নমাতি  নিচুকিয়া মই
বসি আছোঁ সভা চাই ।
তথাপিতো মোত  যাচি অৰ্ঘ্য দিলে
আৱে যুধিষ্ঠিৰ ৰাই ॥
খেদিও নাযাওঁ  মাগিও নলওঁ
তেওঁ দিলে অৰ্ঘ্য দান ।
তই কি নিমিত্তে  এতেক কদৰ্থ
কিয় কৰ অপমান ॥
পৰে দিয়ে দান  কৰে বহু মান
তোৰ তৈল কিবা হানি ।
ভিক্ষাৰ ভাতত  পথালি হোৱল
কোন কথা মনে গুণি ;

নমাগো নোখোজো তথাপিতো দিয়ে
লবা বুলি হাত তুলি।
তেনে দান গোট কোনে নলবয়
মোক নলাগয় বুলি ॥
একজনে দিয়ে একজনে লবে
আকুটে আসিয়া বাধে।
জানিবা গঙ্গাত আপোনাৰ হাতে
দহটা কপিলা বধে ॥

## গোবিন্দ মিশ্ৰ

[ গোবিন্দ মিশ্ৰ ক'ৰ মানুহ আৰু কেতিয়া জন্মিছিল সেই বিষয়ে একো জনা নাযায়। তেওঁৰ লিখাৰ পৰা অনুমান কৰিব পাৰি যে তেওঁ শঙ্কৰদেৱৰ পৰবৰ্ত্তী কবি। 'কৃষ্ণগীতা' আৰু 'গীতা-মাহাত্ম্য' নামে দুখন মনোহৰ পুথি তেওঁ ৰচনা কৰিছিল। তেওঁৰ বৰ্ণনা-শক্তি প্ৰবল আৰু ভাষাও প্ৰাঞ্জল আছিল। গীতাৰ দৰে পৰমাৰ্থ তত্বপূৰ্ণ পুথিকো তেওঁ সহজ-সৰল অসমীয়া ভাষালৈ ভাঙি কবিশক্তিৰ পৰিচয় দিছে। তলৰ বৰ্ণনাটো কৃষ্ণগীতাৰ পৰা উদ্ধৃত কৰা হৈছে।]

### গীতা

কৃষ্ণক সম্বোধি বাক্য বুলিলা অৰ্জ্জুন।
আগ বঢ়ায়োক ৰথ।দেখো বীৰগণ ॥
বেহুৰ মধ্যত কোন আছে কোন ভাগে।
কাৰ অনুক্ৰমে যুদ্ধ কৰিবাক লাগে ॥

কৃষ্ণে বুজিলন্ত অৰ্জ্জুনৰ অভিমত ।
উভয় সেনাৰ মধ্যে ৰাখিলন্ত ৰথ ॥
ধনু ধৰি পাৰ্থে টানি কৰিলা টঙ্কাৰ ।
দুই শৰে গুৰুক যে কৈলা নমস্কাৰ ॥
গুৰুৰ চৰণ কাষে পৰি গৈলা শৰ ।
দ্ৰোণে বোলে অৰ্জ্জুন বিজয় হৌক তোৰ ॥
বেহুমধ্যে অৰ্জ্জুন দেখন্ত গৈয়া পাছে ।
যতেক বান্ধৱ বন্ধু যুদ্ধে আসি আছে ॥
কৃপ অশ্বথামা আৰু ভীষ্ম গুৰু দ্ৰোণ ।
কৰ্ণ আদি শত ভাই ৰাজা দুৰ্য্যোধন ॥
ভ্ৰাতৃ পুত্ৰ নাতি খুড়া শ্যালক মাতুল ।
শ্বশুৰ ভাগিন সখি আপোনাৰ কুল ॥
প্ৰাণক উচৰ্গা কৰি সবে আইলা ৰণে ।
তাক দেখি শোকাকুল ভৈলন্ত অৰ্জ্জুনে ॥
অৰ্জ্জুনে বোলন্ত কৃষ্ণ শুনা কৃপাময় ।
বন্ধুগণ দেখি শোকে দহয় হৃদয় ॥
সকল শৰীৰ কম্পি লোম শিহৰিল ।
হস্তৰ গাণ্ডীৱ ধনু খসিয়া পৰিল ॥
নোৱাৰো ধৰিতে ধনু স্থিৰ নোহে মন ।
তালু ওষ্ঠ শুকাইল নসৰে বচন ॥
মনন্ত উৎসাহ নাই বিমঙ্গল দেখি ।
এত বৰ পাপক কি কাৰ্য্যে কৰোঁ সখি ॥
সূৰ্য্যক সম্মুখে শৃগালেও ডাকে পুন ।
উভয় সেনাৰ মধ্যে ভ্ৰময় শগুণ ॥

ৰিমঙ্গল দেখি মোৰ মনত সংশয় ।
বন্ধু বধ কৰি মোৰ কিবা ফল হয় ॥
যদি বা লভোহো ৰাজ্য দিবো দুৰ্য্যোধনে ।
প্ৰাণক উচৰ্গি আইলা ৰাজ্যৰ কাৰণে ॥
আৰু তাত হেন যদি বোলাহা মাধৱ ।
স্নেহে নবধিলে তুমি বধিবে কৌৰৱ ॥
তাৰা হুহি বধন্তে যে তুমি আগ মাৰা ।
অকন্টকা পৃথিবীক সুখে ভোগ কৰা ॥
যাক লাগি ৰাজ্যধন তাক সংহৰিবোঁ ।
বন্ধুহীন হৈলে পাছে ৰাজ্য কি কৰিবোঁ ॥
ইটো ৰাজ্য ত্ৰৈলোক্যৰ যদি হওঁ পতি ।
তভো ঘোৰ বন্ধুবধ নকৰিবোঁ আতি ॥
কৃষ্ণ যে বোলন্ত তোমাসম মূঢ় নাই ।
বিহাক আনিলে দ্বিজে পৰছিদ্ৰ গায় ॥
ক্ষত্ৰিয়ৰ ধৰ্ম্ম জানি এৰা অসন্তোষ ।
আততায়ী বধে শাস্ত্ৰে নধৰয় দোষ ॥
বন্ধুবধ দোষ তুমি নকৰিবা ভয় ।
যিটো আততায়ী তাৰ শুনিয়ো নিৰ্ণয় ॥
বলে ধন লবে বান্ধি অগ্নি দিয়া মাৰে ।
ছলে বিষ দেই যিটো ক্ষেত্ৰ দাৰা হৰে ॥
অস্ত্ৰ শস্ত্ৰ ধৰি বধিবাক আছে ধাই ।
এই ছয় প্ৰকাৰ বোলয় আততাই ॥
সম্প্ৰতি বধিবে লাগি আসে আগবাঢ়ি ।
ৰাজ্যধন তোমাৰ পূৰ্ব্বত লৈলা কাঢ়ি ॥

ভীমক মাৰিবে লাগি বিষ লাড়ু দিলা।
দ্ৰৌপদীৰ বস্ত্ৰ লৈতে সভামাঝে নিলা॥
সাঙ্গোপাঙ্গে ছয় দোষ কৌৰৱত আছে।
জতুগৃহে থৈয়া আগে অগ্নি দিলা পাছে॥
হেন জানি কৌৰৱক বধিতে জুৱাই।
আততায়ী বধে দোষ তিলমাত্ৰ নাই॥

# আধুনিক ভাগ

## ভোলানাথ দাস

[ইংৰাজী ১৮৫৮ খৃঃৰ জুলাই মাহত নগাৱঁত ৺ভোলানাথ দাসৰ জন্ম হয়। প্ৰবেশিকা পৰীক্ষাৰ পিচত মেট্ৰোপলিটান কলেজত ভৰ্ত্তি হৈ শাৰীৰিক অসুস্থতাৰ কাৰণে তেওঁ কলেজ এৰিবলগীয়া হয়। তেওঁ ক্ৰমে শিক্ষক, ডিষ্ট্ৰীক্ট চাৰ্ভেয়ৰ আৰু চবডিপুটী কলেক্টৰ (১৮৫৮—১৯২৯), আদি পদবী লাভ কৰি ১৯২৯ খৃঃৰ জুলাই মাহত গুৱাহাটী উজান বজাৰৰ নিজা ঘৰত স্বৰ্গী হয়। তেওঁ "কবিতামালা", "চিন্তাতৰঙ্গিণী" "সীতাহৰণ কাব্য" আদি কেইবাখনিও কাব্য আৰু খণ্ডকাব্য ৰচনা কৰিছিল। অসমৰ পৰা বঙ্গালী ভাষা উঠি যোৱাৰ লগে লগে অসমীয়া পঢ়াশালিবোৰত তেওঁৰেই প্ৰথম কবিতাৰ পুথি প্ৰচলিত হয়। অসমীয়া

ভাষাত অমিত্রাক্ষৰ ছন্দত প্ৰথমে কাব্য লিখিবলৈ লোৱা সকলৰ ভিতৰত ভোলানাথ অন্যতম। তেওঁৰ 'মেঘ'কবিতাটোৰ ভাষা আৰু ছন্দ মন কৰিব লগীয়া। ভাষাত ই পুৰণিৰ পৰা নতুনলৈ পৰিবৰ্ত্তন; ছন্দত "ধীৰে ধীৰে ভাহি যোৱা মেঘৰ গজেন্দ্ৰ গমন।" বিষয়-গাম্ভীৰ্য্যৰ লগত ভাষা আৰু ছন্দৰ গাম্ভীৰ্য্য অতি সুন্দৰকৈ খাপখোৱা।]

## মেঘ

কি ভাবি হে মেঘ, আজি শ্বেত কলেৱৰ,
শ্বেত যেন তুলা ৰাশি কিম্বা বৰফৰ ৰাশি
অতি ক্ষুদ্ৰ আয়তনে, সুদূৰ অম্বৰে,
হইলা উদয়, কোৱা কি ভাবি অন্তৰে।

কোমলতা পূৰ্ণ দেহ ধৱল বৰণ
কিঞ্চিতো নাহিকে দাগ কেৱল সুশ্বেত ৰাগ
নাহি পাপ লেশ দেহে, সুপৱিত্ৰ মন;
আকাশৰ এককোণে দিছা দৰশন।

কৃষ্ণবক্ষে জ্বলে যেন স্ফটিকৰ মণি
কিম্বা শ্যাম দুৰ্ব্বাদলে যথা জল বিন্দু জ্বলে
ছায়াবৃত জলে যেন শোভে কমলিনী
বিস্তীৰ্ণ সমুদ্ৰে কিম্বা ধৱল তৰণী।

## মেঘ

সিৰূপে তুমিও সেই বিস্তীর্ণ গগণে,
ৰজতেৰে দেহ সাজি শোভিছা হে মেঘ আজি,
দেখোঁতে জুৰায় চকু ক্ষুদ্র আয়তনে
উদিছা নতুন ভাবে সুকোমল মনে ॥

পূৰ্ব্ব দিশে ধীৰে ধীৰে বহে সমীৰণ,
তাহাক বাহন কৰি সহৰ্ষে স্কন্ধত চৰি
ধীৰে ধীৰে ভাহি যোৱা গজেন্দ্ৰ গমন,
ধীৰে ধীৰে জলস্ৰোতে যেন হংসগণ।

শান্তমূৰ্ত্তি শান্তভাব কৰিছা ধাৰণ ;
অমৃতেৰে দেহ ধুই, আহিছা পবিত্ৰ হই
সৰল কোমল মনে দিছা দৰশন,
এই দৰশন আজি নয়ন ৰঞ্জন।

ইৰূপ প্ৰশান্ত ভাব দৰ্শিলে তোমাৰ
বিশ্বাস নহয় মনে তুমিয়ে যে এতিক্ষণে
ঘূৰি পুনঃ ধৰিবাহা বিশাল আকাৰ,
কৃষ্ণ দেহে আন্ধাৰিবা সমস্ত সংসাৰ।

নহয় বিশ্বাস হেন কোমলতা হায়
কাঠিন্যে যে পৰিণত হইবেক নিমেষত,
ধৰিবা কৰাল মূৰ্ত্তি ত্যজি ক্ষুদ্ৰকায়,
গৰ্জ্জিবা সুঘোৰ নাদে মেদিনী কঁপাই।

অথবা, বিশ্বাস নহব কিয় ? প্রত্যক্ষ প্ৰমাণ ;
সদাই দেখিছোঁ আমি নানা ৰূপ ধৰি তুমি
বগা, বগা, হালধীয়া, কাঞ্চন সমান,
দেখা দিয়া ক্ষণে ক্ষণে ঢাকি শূন্য স্থান।

দৰশিছোঁ কেতিয়াবা বিকট দৰ্শন ;
কৃষ্ণদেহে ক্ৰোধমনে, দিগন্ত বিয়াপি ক্ষণে
দৰশোৱা বিভীষিকা চপল নৰ্ত্তন ;
কঁপিছোঁ শুনিয়া তব ভীষণ গৰ্জ্জন।

দৰশিছোঁ কেতিয়াবা শিলা বৰষুণে,
সযত্নে পালিত কত শস্যগণ কৰা নষ্ট
প্ৰাণীসৱো বধ কৰা বজ্ৰ নিক্ষেপণে,
ইমত নিৰ্দ্দয় তুমি, সোধোঁ কি কাৰণে ?

# হেমচন্দ্র গোস্বামী

[ প্ৰত্নতত্ত্বজ্ঞ সাহিত্যিক ৺হেমচন্দ্ৰ গোস্বামীদেৱৰ ( ১৮৭২—১৯২৮) অসমীয়া সাহিত্যৰ প্ৰতি দান অতুলনীয়। এখেত অসমীয়াৰ প্ৰথম চনেট ৰচোঁতা। এখেতৰ কবিতাৰ পুথি "ফুলৰ চাকি"। কলিকতা বিশ্ববিদ্যালয়ৰ নিৰ্দ্দেশত এখেতেই "অসমীয়া সাহিত্যৰ চানেকি" যুগুত কৰিছিল। হেমকোষো এখেতৰ যত্নতে প্ৰকাশ হয়। 'পুৱা' কবিতাটি "জোনাকী" কাকতত থকা চিত্ৰ এটি চাই লিখা। ]

# পুৱা

গহীন পুৱতী নিশা, নিতাল জগত,
কতো নাই জোনাকৰ চিন,
নিমাত বিশ্বৰ বাঁহী, নিজম চেতনা,
সুৰভুলা জীৱনৰ বীণ।
জীৱনৰ যুঁজ এৰি কাম-কৰ্ম্মী হুয়ো,
শঁতাইছে যুঁজৰ ভাগৰ;
বিয়পি অসীম বিশ্ব আন্ধাৰ এলাহ
গতিহীন স্থিতি জগতৰ।
কোনোবা দেশৰপৰা ধীৰ সোঁত বলি
আহিছে এখনি জুৰ নৈ;
বিশিকি বিশিকি এটি নীৰৱ কবিতা
বাজিছে বুকুত বৈ বৈ।
জোনাক জোনাক বুলি জীৱন বিচাৰি
আন্ধাৰত প্ৰকৃতি আতুৰ;
জোনাক-জীৱন খুজি ওপঙি ফুৰিছে
নিস্ফুট আকুল এটি সুৰ।
আতৰ সুৰত পমি নিয়ম বিহোঁতা
প্ৰকৃতিৰ প্ৰবোধ মনক—
দিবলই মনে মনে জোনাক-জাননী
পাচিছে পুৱাৰ বতাহক।

## হেমচন্দ্ৰ গোস্বামী

স্বৰ্গৰ বাতৰি পাই অপেৰ্কি জোনাক
প্ৰকৃতিৰ উত্ৰাৱল চিত ;
বহিছে শীতল বায়ু নাচিছে লতাই
ফুল কলি হাঁহিছে থুপিত ।
দ্যুতিমান জোনাকৰ সোণোৱালী ৰেখ
লাহে লাহে ভৈয়াম নামিছে
সৃষ্টি-পাতনিৰে সেই জীৱন্ত ছবিটি
ঘূৰি আহি ভূমুকি মাৰিছে ।
লোকালোক সাগৰত উটি বুৰি ফুৰা
জীৱনৰ পবিত্ৰ ভাবটি,
আধা আলো' আধা ছাঁত ফুলো ফুলো' কৰি
প্ৰকৃতিক ধৰিছে সাবটি ।
জিলিঙনি এটি আহি পদুম বনত
স্বৰগৰ মহণ ঢালিছে,
অকলশৰীয়া দুটি পদুম কলিয়ে
চুমা খাই হালিছে জালিছে ।
স্বৰ্গৰ জেউতি দেখি ৰাজহাঁহযুৰি
প্ৰেমৰ আলচ ভুলি গৈ,
চিত্ৰৰ পুতলিপ্ৰায় আছে থৰ লাগি
ইটিয়ে সিটিক চাই ৰৈ ।
আকৌ ঘুমটি ত্যজি নিজম চেতনা
লাহে লাহে সজাগ হৈছে ;
পাহৰা সুৰটি যুৰি বজাবৰ গুণে
বীণখনি হাতত লৈছে ।

ৰৰষা অনন্ত কাল জ্ঞানৰ পোহৰ,
জ্যোতির্ম্ময়ী জোনাকী সবিতা
বজোৱা অনন্ত কাল পঞ্চমত তুলি
বীণাপাণি, কোমল কবিতা ॥

## চন্দ্ৰকুমাৰ আগৰৱালা

[ 'প্ৰতিমা'ৰ খনিকৰ আগৰৱালাদেৱ ( ১৮৬৭—১৯৩৭ ) অসমীয়া কাব্য সাহিত্যত নতুন ধাৰা দিওঁতা সকলৰ অন্যতম। তেখেতৰ 'প্ৰতিমা' আৰু 'বীণ বৰাগী' অসমীয়া সাহিত্যৰ অনুপম কবিতা পুথি। ]

### মানৱ বন্দনা

আহিছে মানুহ গইছে মানুহ
মানুহ মৰ্য়াপী জীৱ।
মানুহ সোঁতৰ অন্ত নাইকিয়া
বুলিলে মৰত কিয় ?
মানৱী জনম দিয়া উটুৱাই
মানৱী কৰম সোঁতে,
মানুহৰ মৰম বুজিব মানুহে
ধৰম যে মৰমতে।
মানুহেই লগ মানুহেই সঙ্গ
মানুহেই পৰাৎপৰা,
এই যে পৃথিৱী স্বৰ্গতো অধিক
মানুহৰ নিজালী ঘৰ।

মানুহেই দেৱ মানুহেই সেৱ
মানুহ বিনে নাই কেৱ।
কৰা কৰা পূজা পাদ্য অৰ্ঘ্য লই
জয় জয় মানৱ দেৱ।

## তেজীমলা

তেজগোৰা বেলি জিলিঙনি মেলি
সাৰটিব আহি ধৰা।
পুৱাতে মলয়া উঠি ছঁয়াময়া
বোলে উঠা তেজীমলা!
মেঘ-মালা ৰঙা পিন্ধি দিগঙ্গনা
সিঁচিছে আশাৰ ধাৰি,
উত্ৰাৱল পানী, ৰঙা হাঁহি সানি
খলকিছে ছুই ভৰি।
ৰূপতে ৰূপ তুলি পাৰিজাত ফুলি
তেজীমলা জকমকায়।
চৌ-পাশে বেৰি মৰমে সাদৰে
পানীৰ লতা বগায়।
মানুহ কুটুমে দলিয়াই পেলালে
কাকনো কুটুম পালি?
মৰম বেথাৰে আজলী কুৰঁৰী
আটাইকে নিজা কৰিলি।

তোৰে পানীৰ চৰাই         সাঁতুৰি ফুৰিছে
কতো বা উৰিছে বনাই,
মলয়া বায়ুৰে         মিতিৰ পাতিলি
ঘৰৰ হে বাতৰি নাই।
তুপৰীয়া বেলি         পানীয়ে উথালি
সিচিছে মুকুতা তৰা ;
ফটিক পানীৰ         মাজে মাজে ধীৰে
চৰিছে পোৱাল ডৰা।
সোণ ৰূপ মাছ         আহিছে গইছে
ঘৰ পোহনীয়া তোৰে।
মনত পৰেনে         পাৰযুৰি তোৰ
মাতিলে হাতত পৰে ?
ফুলনি শুৱনি         পৰিয়েহে আছে
চৰেনে হৰিণাজনী ?
কোনে তুলাইছে         মৰমৰ তোৰ
শৰাল পোৱালিকণি ?
সখীৰ বাতৰি         কোনে কব পাৰে
তোৰ জীৱনৰ লগ।
মৰমৰ সখী         আঁতৰালে কোনে
আকৌ নো মিলিব সঙ্গ ?
কুমাৰী ছোৱালী         কুটুমে পেলালে
দলিয়াই মৰম ফেৰি
মানুহে মানুহে         ইমান কে মৰম
চকুলো পৰে সুঁৱৰি।

## চন্দ্ৰকুমাৰ আগৰৱালা

মানুহৰ চোতালত মাধুৰী ফুটিলে
মানুহে নিচিনি হায় !
সাৰি তুলি ছিঙি মোহাৰি পেলালে,
মানুহৰ মৰমো নাই !
মৰমৰ পানী নোহোৱা ঠাইত
কেনেকৈ বিশ্বাস থয় ?
সেয়ে তেজীমলা দুৰতে শিপাই
পাৰিজাত হই বয় ।
শকত বান্ধেৰে তলিৰে সইতে
বান্ধিলে নিছিগা কৰি ।
ধুমুহা বতাহে খঙে ৰাগে আক
কিটো নো কৰিব পৰি ।
সিদিনা সন্ধিয়া দৰে আজি কিয়
তেনেকুৱা কৰে মন ?
বেজাৰত মাৰ গৈ বেলিটিয়ে তোক
দিছিলে যে বিসৰ্জ্জন ।
আজি পুৱাই বেলি হাঁহি চকু মেলি
পঠালে বাতৰি কিবা,
চিকুণ নাওখনি আশাৰে উজলি
আহিছে উধাই বা ।
মানুহৰ নাও মানুহৰ ভাও
দেখি যে লাগিছে ভাল ।
মানুহ মিতিৰ বৰ মৰমৰ
পাতিছে কিহৰ জাল ?

গহীন মুখনি মৰমেৰে সনা
মোৰেই তো দেৱতা এও।
কেলেই লাগিছে মানুহৰ লগ
আহিয়ে দেখোঁ ধৰেও।
"হাতো নেমেলিবি, ফুলো নিছিঙিবি,
ক'ৰে নাৱৰীয়া তই ?
মানুহে ফুলৰ কিজানে আদৰ
তেজীমলাহে মই।"

## সুখগীত

জিলিকা পাখিৰে হাঁহে ৰবিৰ কিৰণ,
জিলিকি পখিলা নাচি ফুৰে অগণন।
যতনৰে৷ জিলিকনি চোৱা, হেৰা চোৱা,
সোণালী ৰেণুৰ মউমাখী ভাঁৰ বোৱা,
জীৱনৰো আলিকাযে ফুৰিছে উফৰি
জিলিকি স্বপ্নৰ সুখ—মৰম লাহৰী।
স্বপ্ন গুচি এয়ে সঁচা চকুৰ আগত,
যদি চাব জানা এই সুন্দৰ জগত!
চোৱা যেন চোৱা হেৰা জিলিকনি-মৰা
সংসাৰৰ সুখবোৰ উৰি উৰি ফুৰা!
নখে মাটি লেখা খোজে তলমুৰ হই
জুমুৰিবা পৃথিৱীত পখিলা নেচাই!

# লক্ষ্মীনাথ বেজবৰুৱা

[ সাহিত্যৰথী হাস্যৰসিক ৺বেজবৰুৱাদেৱ (১৮৬৮—১৯৩৮ ) অসমীয়া সাহিত্যৰ সৰ্ব্বতোমুখী প্ৰতিভাসম্পন্ন লেখক। ধৰ্ম্ম, সমাজ আদিৰ আলোচনা, নাটক-কাব্য, খুহুতীয়া কথা আদিৰ ৰচনা, সকলোতে তেখেত অগ্ৰগণী। তেখেতৰ ৰচিত "কদম কলি" নানা ভাবৰ কবিতাৰে পূৰ্ণ। তেখেতৰ প্ৰায় সকলোবোৰ ৰচনাতেই দেশপ্ৰেম ফুটি উঠিছে। 'বীণ বৰাগীত' বেজবৰুৱাই হৃদয়বীণত আশা আনন্দৰ সুৰ বজাইছে। ]

## বীণ বৰাগী

( ১ )

দিন দুপৰত আগ-চোতালত কোনেনো বাইছে বীণ ?
কিনো গীত গায়, কিনো কথা কয় উজাৰি লুকুৱা চিন।
বুজো বুজো কৰো বুজিব নোৱাৰো, কৰে ঐ বৰাগী তই ?
কি দুখৰ কথা কি শোক বাৰতা কি কৈছ নুবুজো মই।
সীতা আইৰ বাতৰি যদি হে কৈছ, নকবি আৰু ঐ মোক।
জনম দুখুনী আই সীতা শান্তী শুনিলে বাঢ়িব শোক।
যদিহে গাইছ নলৰ কাহিনী, নাগাবি বৰাগী আৰু ;
দময়ন্তী দুখে হিয়া ভাগি দিব নালাগে অলপো বাৰু ।
চিন্তা শ্ৰীবৎসৰ নাগাবি কাহিনী ; দ্ৰৌপদীৰ নকবি কথা।
সতী জয়মতী আয়তী দুখুনীৰ দুখত লাগিব ব্যথা।

(২)

যদিহে গাইছ বদন ফুকনে কেনেকৈ আনিলে মান?
কেনেকৈ মৰাণে অসম ধ্বংসিলে যদিহে গাইছ গান?
মণিৰাম পিয়লিৰ মৰণ বাতৰি যদি তোৰ বীণে গায়?
মানা কৰ তাক বৰাগী ককাই ঐ! শোক মোৰ উথলায়।
একণি হৃদয় এফেৰি সমল, কতনো সহিব খুন্দা?
ভাগি ছিগি যায় অলপ আঘাতে, কিয় তই মোক কন্দা?
বেউলা শান্তীৰ সুশুনাবি দুখ চান্দোৰ নকবি কথা;
দুখৰ বোকোচা বব মই নোৱাৰো অন্তৰত পাওঁ ব্যথা।
বিষাদ বাতৰি কতনো শুনাবি, মৰণৰ তৰণি নাই।
কাৰো কৈ মাতিছোঁ বৰাগী ককাই ঐ বীণে যেন নিবিনায়।

(৩)

শোকৰ সুৰটি সুশুনিও নোৱাৰোঁ বাঘ মোৰে ধৰে মোক;
আঁতৰি যাবৰ শকতি নাপাওঁ বেজাৰে পীড়িছে বুক।
শুনা ঐ বৰাগী আনন্দ কাহিনী, অসমৰ যশৰাশি;
হিয়া মোৰ হেৰ বলৱন্ত হোক, পৰাণ উঠক উলাসি।
বাণ, ভগদত্ত, নৰকাসুৰ, ভীষ্মকৰ গুণ গা।
ভাস্কৰ বৰ্ম্মাৰ কীৰিতি সুন্দৰ শুনো হেৰ বীণ বা॥
শক্কলাদিৱে কেদাৰ ৰজাক কেনেকৈ জিনিলে শুনা;
পাৰস্য সম্রাট আক্ৰচিয়াৰেবে খুঁজিলে কেনেকৈ জনা॥
শঙ্কৰ মাধৱ, কন্দলি সকলে কি কৰিলে বীণ ক!
ৰুদ্ৰসিংহ স্বৰ্গদেৱে কি কৰিলে ক বীণ কিয় ৰ?
ৰবদৈ চিলাহেন চিলাৰায় দেৱানে নৰনাৰায়ণ ৰজা;
কি কীৰ্ত্তি ৰাখিলে, গা ঐ বৰাগী! ৰজা আৰু ৰাব ৰজা!

( ৪ )

বজা ঐ বৰাগী সংসাৰ বিৰাগী সংসাৰৰ গুণ গান,
সুৰদি শুৱলা বেপটোৱে পতি শীতল হওক প্ৰাণ।
কথাটি নুবুজো, সুৰটি বুজিছোঁ জন্মজন্মা'গৰে শুনা ;
সিজন্মৰ সোঁৱৰণী সোঁৱৰাইছ, হেৰ আলসুৱা বীণা!
সৰগ বাতৰি সৰগৰ বীণে অবুজ ভাষাৰে গায় ;
বুজিও নুবুজো বুজিম সকলো তেতিয়া সিপুৰী পাই।
সৰগৰ পৰা নামি আহি বীণে সৰগ বাতৰি দিলে ;
"সৰগ এৰিছা, আকৌ সৰগ পাবাগৈ" বুলি সি কলে।
"সদায় নাথাকে প্ৰবাসৰ দুখ" বীণৰ সুৰে বিনায়।
আনন্দৰ কণা সৰগৰ আনি, মৰ্ত্ত্যত মোক যোগায়।

( ৫ )

গা বীণ গা, অমৃত সঙ্গীত, শুকানে মেলক কুঁহি,
প্ৰবাস ভাগৰ আঁতৰি পলাওক, মুখত ওলাওক হাঁহি।
বীণৰ বৰাগী! বৰাগী নহব দুখীয়া নহব তই ;
আনন্দৰ কণা, বসৰ নিজৰা বীণতে বান্ধিছ ঐ ;
নমা ঐ! নমা ঐ! আকাশী অমিয়া, আকাশী গঙ্গাৰ দৰে:
দে মোক, দে মোক, বৰাগী ককাই ঐ পিওঁ মই নিছিগা ধাৰে॥
নতুন প্ৰাণৰ ন চকুযুৰি, দীপিতি ঢালি দে তাত ;
পুৰণি পৃথিৱী নকৈ চাই লওঁ, হে বীণ এবাৰি মাত।

# ঈশ্বৰ আৰু ভকত

বৈকুণ্ঠৰেপৰা হৰিয়ে সুধিলে—
"কোন কোন আহিবৰ হ'ল ?"
নাম লোৱা ভকতে সাদৰি বুলিলে
"নামতে গৈ আছোঁ তল
বৈকুণ্ঠৰেপৰা গোঁসায়ে মাতিলে
"আহাহে ভকত সকল !"
নাম-লোৱা ভকতে লাহেকৈ বুলিলে
"ভকতিত পাই লওঁহক বল।"
প্ৰভুৱে মাতিলে, "বাপু মোৰ ভকত হে,
প্ৰসাদ লবৰে হল"
ভকতে বুলিলে "প্ৰভু বাসুদেউ
নামতে ভোক পিয়াহ গল।"
নাৰদক মাতিলে, উদ্ধৱক মাতিলে,
বিদুৰক প্ৰভু মাতিছে।
নাৰদ বিদুৰে উদ্ধৱে বুলিলে
"যাম প্ৰসঙ্গৰ পিছে।"
মৰতত ভকত বৈকুণ্ঠত মুকুট,
"লবি আতৈসকল আহাঁ !"
"নেযাওঁ নেযাওঁ প্ৰভু মোৰ গোবিন্দাই,
মুকুতিৰ নকৰো বেহা।"
"নাহাহে যদি, মই যাবকেই লাগিল,
লগলৈ তোমালোকৰ।
ভকতক এৰি থাকিব নোৱাৰো
পলকেই একো বছৰ।"

# পদ্মনাথ গোঁহাঞি বৰুৱা

[ সাহিত্যিক পেঞ্চনাৰ গোঁহাঞি বৰুৱা ডাঙৰীয়াই অসমীয়া সাহিত্যৰ গদ্য পদ্য নাটক আদি সকলোতে বিশেষ স্থান লাভ কৰিছে। তেখেতৰ 'জুৰণি', 'ফুলৰ চানেকি', 'লীলাকাব্য', 'শ্ৰীকৃষ্ণ', 'গদাধৰ', 'জয়মতী' আদি পুথিবোৰ লেখত লবলগীয়া। 'প্ৰকৃতি-বিভৱ' তেখেতৰ 'লীলা' কাব্যৰ পৰা উদ্ধৃত প্ৰাকৃতিক বিৱৰণ ]

## প্ৰকৃতি বিভৱ

সুন্দৰ সি নাগৰাজ্য শ্যাম পৰ্ব্বতত,
কহিমা নামেৰে ঠাই, বৃটিচ নগৰ;
একে নামে নগা-চাং ধৰে শিতানত;
আতিকে সৰল তাৰ নিজাপী সুজন,
উলঙ্গ সন্ন্যাসী, অহ, উদাৰ ভাৰত;
ঘিণায় কৃত্ৰিম শোভা সভ্যতাৰ সাজ।
বনৰ হৰিণা সতে সৰল প্ৰাণেৰে,
সমানে বিহাৰ কৰে বিশাল প্ৰকৃতি।
নিজৰা-নিসৃত-নীৰ অমৃত সমান,
সুখ-খাদ্য ফল-মূল, প্ৰকৃতি-বিভৱ,
দুয়োৰে সমান ভাগী, দুয়ে বনচৰ।
গভীৰ গহ্বৰ ভেদি অত্যুচ্চ বিৰিখে
সমথল সমানত হই একাকাৰ,
ধৰে শোভা বিতোপন! আবেলি বেলিকা

## প্ৰকৃতি বিভৱ

হেঙুলি ৰহণে যেবে তিৰ বিৰ কৰি
শোভে শীতল পাটীটি,—চৈঁচনি বুকুৰে ---
ইচ্ছা হয় লভো শান্তি ক্ষন্তেক বাগৰি,
অতৃপ্ত সুখৰ ভোগ ভোগোঁ প্ৰাণ ভৰি !
আলাসত ভ্ৰমি ফুৰা মেঘদূত গণ,
উলাহত উৰি ফুৰে বাতৰি বিলাই
অযাচিতে কাৰোবাৰ ; আপোন পাহৰা
কৰে কাৰোবাক, হঁায়, আপোন পাহৰি !
চাপিলে ওচৰ দেহি, সুকোমল হিয়া
যায় পমি আবেগত ! ৰহস্য অপাৰ !
দূৰণিৰ দৃষ্টিৰেখা মন-চিত হৰা,
চাওঁতে চাওঁতে অহ, শ্যামা প্ৰকৃতিয়ে
নিশ্বাস নিৰোধি যেন প্ৰাণ কাঢ়ি লয় !
আৰু যত সৌন্দৰ্য্যৰ গুপুত সম্ভাৰ,
উদিয়াই শাৰী শাৰী পাতিছে পোহাৰ ;
কিনোতা মানৱ প্ৰাণ বেচোঁতী প্ৰকৃতি।
অৰক্ষিতে আছে পৰি ; সাধ্য কিন্তু কাৰ
তুলি লয় কিবা এটি, সলনিত তাৰ,
নেবেচিলে মন-প্ৰাণ,—একমাত্ৰ বেচ।

# মিলন-মহত্ত্ব

স্বৰ্গমৰ্ত্ত্য মিলনৰ সাক্ষ্য দিয়ে আকাশে সাগৰে,
পাতালকো কৰে এক চামে চামে মিলন-আকৰে।

সুমেৰু কুমেৰু মিলে,—মেৰুদণ্ড মূৰপুত্তি জোঁটা
বিষুৱ বান্ধনি মেৰ, ভূমণ্ডল আঁকোৱালি অটা।

উদয় অচল সতে অস্তাচল কৰে সন্মিলন;
পীতাম্বৰ পূজাৰীয়ে পুৱা সন্ধ্যা কৰে আবাহন।

পদ্মৰাগ সুৰুযত দিনমান মিলন পোহৰ,
চন্দ্ৰপ্ৰভা কুমুদত মিলনৰ হিয়া সৰোবৰ।

প্ৰতিভাত প্ৰকৃতিত পুৰুষৰ মিলন মহিমা;
সৃষ্টিৰ স্বীকাৰ্য্য বিয়পিছে, নাই তাৰ সীমা।

সখি-মিলনৰ ফল কৃষ্ণাৰ্জ্জুন,—গীতা-উৎপত্তি;
মানৱাত্মা মুক্তি হেতু জগতত শ্ৰেষ্ঠ ধৰ্ম্ম ভেটি।

সৃষ্টি স্থিতি প্ৰলয়ৰ সম্বন্ধ নিৰ্ব্বন্ধ গূঢ়তত্ত্ব;
একৰ কাৰণে তিনি, বিশ্বপ্ৰাণ মিলন-মহত্ত্ব।

## আনন্দচন্দ্ৰ আগৰৱালা

[ প্ৰত্নতাত্বিক 'জিলিকনি'ৰ কবি আনন্দ চন্দ্ৰ আগৰৱালাই (১৮৭৪—১৯৪০) সহজ সৰল ঘৰুৱা ভাষাৰ যোগেদি বিতোপন কবিতা লিখি অসমীয়া সাহিত্যৰ অঙ্গ পুষ্টি কৰিছে। ইংৰাজীৰ পৰা ভালেমান কবিতা এখেতে সৰল অসমীয়ালৈ ভাঙিছে। ভাষাৰ কোমলতালৈ চাই এখেতক লৰাৰ কবিও (Children's poet) বুলিব পাৰি। ]

### আজি আৰু কালি

( ১ )

সৌভাগ্যই লাগ দিলে যদি কেতিয়াবা,
ফুলে ফুল তোমাৰ বাটত,
কেতিয়া চাপৰি তুমি সিফুল গোটাবা ?
আজি, হেৰা আজিৰ দিনত।
যদি দেখা ভবিষ্যত সুখৰ সপোন
সৌভাগ্যই এবা দিব বুলি,
কাহানি বেজাৰ কৰি থাকিবা বিমন ?
কালিলৈ, হেৰা অহা কালি।

( ২ )

যিজনে কৰিলে হেৰা আমাৰ অন্যায়,
তেওঁ যদি দোষ গাত লই
ক্ষমা মাগে, কেতিয়ানো মৰষিবা তায় ?
আজি, হেৰা থেমা আজিয়েই।

কঠোৰ কৰ্ত্তব্য যদি কৰোতে পালন,
আলচিছা গালি দিবলৈ,
কেতিয়ানো গঞ্জনাৰ বুলিবা বচন ?
কালি, হেবা অহা কালিলৈ।

( ৩ )

আমি যদি ধাৰে আনি মুগুজাত ধাৰ,
ধাৰে দিয়া পৰে অভাৱত,
কেতিয়া কৰিবা সাধ্যমতে প্ৰতিকাৰ,
আজি, হেবা আজিৰ দিনত।
আমাৰ ধৰুৱা যদি শুজিবলৈ ধাৰ
অপাৰগ সৰ্ব্বস্বান্ত হয়,
কাহানি সাধিবা ধাৰ, লগাবা বিচাৰ ?
কালি, হেবা অহা কালিলৈ।

( ৪ )

বিমল আনন্দ আৰু সুকৰ্ম্মৰ হেতু
নাথাকে মুহূৰ্ত্তবোৰ বই,
ছেগ বুজি কাম কৰা সৌভাগ্যৰ সেতু.
আজি, হেবা কৰা আজিয়েই।
ছেগ গলে ছেগ আৰু নাহে সতকাই
শোক, দুখ, খং আৰু গালি
সঘনে আহিব পাৰে, থবা আঁতৰাই
কালিলৈ, হেবা অহা কালি। *

* Charles Mackay ৰ To-day and To-morrow কবিতাৰ অনুবাদ।

# সুখ

সুখ সুখ বুলি মানুহ বলিয়া,
নেদেখে সুখৰ মুখ ;
সুখ বিচাৰোতে পায় সংসাৰত
দুখৰ উপৰি দুখ ।

দেখিও নেদেখা কিয় দিন-কণা,
সুখ যে হাতত আছে ;
যিটো দিব পাৰে স্বাৰ্থ বলিদান,
সুখ ফুৰে পাছে পাছে ।

অকল নিজৰ নিমিত্তে নহয়
আমাৰ জীৱন ভাই ;
পৰৰ কাৰণে খাটিব পাৰিলে,
সংসাৰ সুখৰ ঠাই ।

পৰৰ অভাৱ, পৰৰ দুখত,
হিয়া যদি পমি যায়,
পৰক আপোন কৰিব পাৰিলে
সংসাৰত দুখ নাই ।

শক্তি-সামৰ্থ্য পৰৰ সুখত
বিলাব পাৰিলে ভাই,
পৰৰ কাৰণে কান্দিব জানিলে
কান্দনতো সুখ পায় ।

## আনন্দচন্দ্ৰ আগৰৱালা

সকলো আপোন যত নৰ-নাৰী
কাকনো বুলিম পৰ ?
পৰম পিতাৰ সকলো সন্তান
পৃথিৱী আমাৰ ঘৰ ।

গাই-গোটা পেটে ভঁৰাল নহৰা,
লোকৰ দুখলৈ চোৱা ;
মানুহৰ সেৱা মানুহৰ পূজা,
পবিত্ৰ ব্ৰত লোৱা ।

"মই মোৰ" বুলি নাথাকিবা মজি,
মোহৰ জালত পৰি,
'মই' মোৰ ভাৱে তললৈ বুঝাব
নাপাবা ৰক্ষাৰ তৰী ।

সুখৰ দুখৰ মনেই কাৰণ
মনক ৰাখিবা থিত ;
ভাগ্যত লভিবা পৰম সন্তোষ,
সাধিবা লোকৰ হিত ।

স্বাৰ্থৰ বাটত দুখৰ কাঁইট,
খোজেপতি বিন্ধে হুলে,
নিস্বাৰ্থৰ বাট, সেন্দুৰীয়া আলি,
সুগন্ধি কুসুম ফুলে ।

জাতীয় গৌৰৱ

যথাৰ্থ নিস্বাৰ্থ ধৰমী জীৱন
বিশ্ব প্ৰেম ভৰপূৰ,
বিশ্বৰ সকলো ভাই ভনী তাৰ
সুখৰ নপৰে ওৰ।

## কমলাকান্ত ভট্টাচাৰ্য্য

[ স্বদেশপ্ৰেমিক দাৰ্শনিক কবি ভট্টাচাৰ্য্যদেৱৰ (১৮৫৩—১৯৩৬) "চিন্তানল"ৰ কবিতাবোৰ দেশপ্ৰেম উদ্দীপক। এখেতৰ বিৰক্তি আৰু ক্ৰোধাগ্নি এই কবিতাত উদগীৰ্ণ হৈছে। ভট্টাচাৰ্য্যদেৱৰ গদ্য ৰচনাৰ ভঙ্গীও ওজঃসম্পন্ন ]

### জাতীয় গৌৰৱ

বুৰঞ্জী লিখক,
জাতীয় গৌৰৱ
কিবা চিন পাবা অসম দেশৰ,
যত কবিকুল
জাতি পদ্মফুল
লভিলে জনম ফলে কি পাপৰ।
হায়! হায়! হায়!
বুকু ফাটি যায়
যি বুজে পুৰিছে হৃদয় সদায়।
উহ্! পাহৰণি
যেন ৰাক্ষসিনী!
গিলিলি বহুত অসম গৌৰৱ।

## কমলাকান্ত ভট্টাচাৰ্য্য

কোনে উলিয়াব
কোনেবা দেখাব
জন্মিছেনে এনে মহা অনুভব ?
ঠিক অসমীয়া
মানুহ নহয়,
অসম শ্মশান নোহে কোনে কয় ?
অনন্ত কন্দলি
জন্ম ধৰিছিল
কিনো পাপ কৰি অসম মাটিত,
নাই তযু নাম,
আদৰ সম্মান,
কাললৈ হুমাল শ্মশান ভূমিত ।
পদুমৰ গোন্ধ
গুৱৰুৱা লয়,
ভোমোৰাৰ দৰে ফুল কি বময় ?
কন্দলি শ্ৰীধৰ,
কিনোহে সুন্দৰ
গাঁথিছিলা বাছি ফুল মালাধাৰ,
ভাবিছিলা মনে,
অসম সন্তানে
পিন্ধি গুণ গাই থাকিব তোমাৰ ।
কালৰ নিষ্ঠুৰ
বতাহ-কোবত,
পৰিল সি মালা অনন্ত-খালত ।

## জাতীয় গৌৰৱ

ৰামসৰস্বতী,
ভাৰতৰ পুথি,
ব্যাসৰ বাছনি ফুলৰ মালা,
কৰিলা ৰচনা,
তোমাৰ কামনা
নিসিজিল হল লৰাৰ খেলা।
দেৱ কৃত্তিবাস
কীৰ্ত্তিৰ আবাস
সাজিলে তোমাৰ বঙালী ভাই,
এই ৰামায়ণ
লেখা কবিজন-
পুথিৰ ৰতবাৰ নামো নাই।
পুৰণি গৌৰৱে
গৰ্ব্বী যেই দেশ
নহয়, নাই তাৰ উন্নতিৰ লেশ।
কত পৰিশ্ৰম
কৰি কবিজন
সাজিলে মৌবাহ কেৱল বৃথায়,
আজি অসমত
ডেকাৰ মাজত
বিচাৰি তাক থাওঁতা নাই।
স্বজাতি অসভ্য
যিণি হয় সভ্য,
পিতাৰ পুত্ৰৰ নাই পৰিচয়।

কমলাকান্ত ভট্টাচাৰ্য্য

ইৰূপ ৰ-ছেৰা
সন্তানৰ জ্ঞান
দিলেহি বিধাতা এই মাটিখান !
ঠিক অসমীয়া
মানুহ নহয় ;
অসম শ্মশান নোহে কোনে কয় ?
শঙ্কৰ দেৱৰ
দেখোঁ জীৱনৰ
চৰিত্ৰ কেৱল ভকতত সীমা,
চৈতন্য জীৱন
জগত-ঘোষণ,
শ্মশানতে লয় শঙ্কৰ মহিমা ।
মাধৱেও এক
সুকবি প্ৰধান,
অসভ্য দেশত জন্মি নষ্ট নাম !
"যেন ফুল ঘ্ৰাণ
হাবিত জনম
হাবিৰ বতাহে হাবিতে নাশে ।
ই অসভ্য দেশ,
মনুষ্যত্ব লেশ,
নাই একেবাৰে ভাৰত মাজে ।
ঠিক অসমীয়া
মানুহ নহয়,
অসম শ্মশান নোহে কোনে কয় ?

# ৰঘুনাথ চৌধাৰী

[ বিহগী কবি চৌধাৰীদেৱ অসমীয়া কাব্য সাহিত্যৰ প্ৰকৃতি-প্ৰেমিক। 'সাদৰী', 'দহিকতৰা', 'কাৰবালা' আৰু 'কেতেকী' তেখেতৰ অনুপম দান। উনৈশ শতিকাৰ শেষ আৰু বিংশ শতিকাৰ আদিভাগৰ তেখেত শ্ৰেষ্ঠ অসমীয়া কবি। ]

## কেতেকী

ক'ৰপৰা তই আহিলি সোণাই,
কোন দিনে যাব উৰি,
কিয় বা ফুৰিছ দূৰ দূৰণিত
অকলই ঘূৰি ঘূৰি ?

লোকালোক এৰি নিজান ভূমিত
নুবুজা ভাষাৰে তই,
কি মাত মাতিছ কিহৰ আশাত
নুবুজো বিহগী মই !

দেৱৰ দুৰ্লভ আনিছ কি ধন,
কাক নো বিলাই দিবি,
কিম্বা ই দেশৰ ভাল বস্তুখিনি
কোন দেশলৈ নিবি ?

অলঙ্ঘ্য গিৰিৰ শিখৰে শিখৰে
ধৰ বিনন্দীয়া সুৰ,
কেতিয়াবা গই তটিনী তীৰৰ
নিস্তব্ধতা কৰ দূৰ ?

## ৰঘুনাথ চৌধাৰী

বিজন বনত প্ৰান্তৰ ভূমিত
মনত কি লই ফুৰ,
ক'ত এৰি থই পৰাণ মণিক,
অকলৈ অকলৈ ঘূৰ ?

জনম লভিছ মানৱ অজ্ঞাত
আছে যি সুন্দৰ ঠাই
শ্ৰদ্ধা, শান্তি, দয়া, দেৱবালা সৱে,
বিহৰিছে সৰ্ব্বদাই ?

নিতে ফুলে য'ত প্ৰেম পাৰিজাত
নিকুঞ্জ কানন ভৰি,
বিতৰে সৌৰভ ধীৰ সমীৰণে,
পৰাণ শীতল কৰি !

নাই যি দেশত পাপ প্ৰলোভন,
নাই বিভীষিকা ভয়,
পুণ্যৰ জ্যোতিয়ে যি প্ৰেম নগৰী
কৰি আছে জ্যোতিৰ্ম্ময় ?

যত অপৰূপ সদানন্দ ৰূপ
আছে দিব্য ৰূপ ধৰি,
এনে হেন দেশ যিহজিনি তই
কিয়বা আহিছি এৰি ?

## কেতেকী

সুবুজো বিহগি অবোধ মানবে
কিহত গইছ ভোল ;
কিয় সুৰ তই ইনাই বিনাই
কি তোৰ মনত হ'ল ?

বাপ, মাৱ, ভাই সবাকো এৰিলি
এৰিলি ওপজা ঠাই,
গছ পাতে সজা বাহটি এৰিলি
কাৰ কি আহুদি পায় ?

নহয় ই ঠাই নন্দন কানন
নহয় অমৰাৱতী,—
আচল পিছল আছে বহু বাট
আছে বহু লটিঘটি ।

বুজিছ নে পখি মায়া কাননত
বিহৰিছ তই আহি,
মায়া জাও জুৰি মায়াবীসকলে
লগাব ভিজিত ফাঁহি ?

দুষ্ট ব্যাধে তাত মোহৰ বাগুৰা
পাতিছে সুন্দৰ কই
কিন্তু পখি তই আগ পাচ গুণি
সুবিবি সতর্ক হই !

রঘুনাথ চৌধাৰী

আহিছ বিহগি আলচি মনত
কিবা পাম থাম বুলি,
লোভৰ বেহানি আছে আঁকি বহু
যাৰ তোৰ মন ভুলি।

নিস্বাৰ্থ মৰম নাপাবি ইয়াত
নাপাবি অমিয়া সুখ,
আদৰি সাদৰি কোনেনো মাতিব
কোনে পতিয়াব দুখ।

## দহিকতৰা

অ' মৰমী বন্ধু মোৰ অ' দহিকতৰা
কোন মূৰ্চ্ছনাত তোৰ বাজে দোতাৰা,
মিলন মাধুৰী লই,
আহিছ সাদৰী অই,
কোন বিৰহীক দিবি প্ৰেমৰ বতৰা
পদূলিত আছে বই গুলকি কতৰা।

পুষ্পবৃষ্টি হল তোৰ পৰশ মণিত
নিজম ধাঁহনি দৰা
পানী পিয়লিবে ভৰা,
মুকুতাৰ শুভ্ৰমালা শ্যামল পাটীত ;
কি সুন্দৰ সিন্দুকাতি হল বলনিত।

দহিকতৰা

শ্যামল তৃণেৰে ভৰা ধুনীয়া পথাৰ,
সুন্দৰী শাৰদ বালা
পিন্ধালে হৰিৎমালা
সঙ্গীতৰ হিল্লোলত প্ৰেমৰ আধাৰ ;
ফুলিল হ্ৰদত কত কুমুদ কহ্লাৰ ।

সঙ্গীতৰ সুধাধাৰা দিলি তই বাকি ;
আকাশত ৰামধনু
ৰঞ্জিলে নীলিমা তনু
দেৱপুৰী এৰি থই আকাশী নৰ্ত্তকী ;
মৰতত ভৰি দিলে উৰ্ব্বশী কেতেকী ।

সোণগুটি সোণাৰুৰে লই থোপামণি
কনক কবিতা ৰচি
দিছে প্ৰেম উপযাচি
ধবল মেঘৰ বুকু তুলাপাতখনি ;
কত কাব্য কথাৰেই হইছে গুৰনি ।

লুইতৰ কাণে কাণে কঁহুৱাৰ ফুল
বতাহত হালি জালি
ঢৌৰে ঢৌৰে ঢৌ খেলি
তুষাৰ ধবল কান্তি ধৰিছে বিপুল
যেন সুৰ তৰঙ্গিণী পুলকে আকুল ।

দুৰ্গেশ্বৰ শৰ্ম্মা

সোণোৱালী বহণৰ সৰিয়হ ভৰা,
ৰূপৰ মাধুৰী সনা
ঢালি প্ৰেম জ্যোতিকণা
উৰায় পৰাগ ফাঁকু মন প্ৰাণ হৰা,
ৰমকজমক হল বিশ্ব বসুন্ধৰা।

দুৰ্গেশ্বৰ শৰ্ম্মা

[ শ্ৰীযুত শৰ্ম্মাদেৱৰ 'অঞ্জলি' আৰু 'নিবেদন'ত লুকিয়াই থোৱা কবিতাৰ উপৰিও বহুতো কবিতা আলোচনীবোৰত সিঁচৰতি হৈ আছে। এখেতৰ ভাঙনি কবিতাবোৰো উপাদেয়। "সাদৰী" বৰ্ডচৱৰ্থৰ "লুচি" কবিতাৰ ভাঙনি। ]

## সাদৰী

(১)

আছিল সাদৰী মোৰ ভৰলু সিপাৰে,
কাৰো মাত নুশুনা দেশত,
নাই কেও শলাগনী দিয়ে মৰমেৰে,
নাই কেও পৰে প্ৰণয়ত।
শেলুৱা শিলত গজা ফুল বনৰীয়া
আধা-আধি চকুৰ আঁৰত,
ধুনীয়া তৰাৰ দৰে একেটি যেতিয়া,
তিৰ-বিৰ জ্বলে আকাশত।

আছিল নজনা কেন্দ্ৰে, নেজানে কোনোৱে
লয় পালে সাদৰী যেতিয়া,
যেতিয়া শ্মশান হায়, ললে সাদৰীয়ে,
মোত জুই জ্বলিল তেতিয়া ।

( ২ )

সাগৰৰ সিপাৰৰ নজনা দেশত
বিদেশীৰ মাজত ফুৰিলোঁ,
স্বদেশৰ মায়া ফেৰি, কল্পনা সুখত
পমিগই তেতিয়া জানিলোঁ ।
গ'ল, য'ক মোৰ সেই তুখৰ কল্পনা,
নিজ দেশ নেৰোঁ কেতিয়াও ,
বাঢ়িব লাগিছে মোৰ চেনেহ কামনা
নিজৰ দেশত এতিয়াও ।
পাইছিলো পৰ্ব্বতৰ মাজত তোমাৰ
আশা সুখ,—সঁচোৰা মনত,
সাদৰৰ সাদৰীয়ে মাতেৰে উঘাৰ
বহিছিলে জুহাল কাষত ।
পুৱা দেখা পায় আক গধূলি লুকায়
সাদৰীৰ ফুলৰ মণ্ডপ,
যাঁহনি পথাৰখনি তোমাৰেহে চাই
সাদৰীৰ চকু গ'ল জাপ ।

( ৩ )

মোহ টোপনিত পৰি সংজ্ঞা হেৰুৱাই
পাহৰিলো জীৱন মৰণ ;
জানিছিলো সাদৰীক মৰ্ত্ত্য ধুমুহাই
নোৱাৰিব কৰিব পৰ্শন ।

দুর্গেশ্বৰ শৰ্ম্মা

নাই গতি, নিশকতি, এতিয়া সাদৰী,
চকু কাণ নলৰে নচৰে,
পৃথিবীৰ পাকে পতি ফুৰিছে বাগৰি
গছ, লতা, পৰ্ব্বতৰ দৰে ।

## পেঁপা

শুনিছোঁ পেঁপাৰ মাত পথাৰৰ পৰা,
ৰঙা বেলি মাৰ যায় যায়,
আহিছে গৰুৰ জাক পথৰুৱা বাটে,
ওচৰত গৰখীয়া নাই ।
গৰখীয়া ভোল গৈ গৰুৰো এৰিলে
পথাৰত আছে আজি বৈ,
মানুহৰ মাতে ক'ব নোৱৰা কথাকো
কয় আজি পেঁপাটিক লৈ ।
কোনেনো সাজিলে পেঁপা ইমান কোমল,
ভাল লাগে শুনি নিলগত
শুনিলে পেঁপাৰ মাত খৰকৈ বয়
তেজ-সোঁত মোৰ শৰীৰত ।

## পন্থা আৰু প্ৰবৰ্ত্তক

বহু দেশ বিদেশত বহুত পুৰুষে
বান্ধি গ'ল কেবাটিও পথ,
কেউটিৰ লক্ষ্য একে, স্বৰ্গৰ জখলা,
ভকতৰ ভকতিৰ পথ ।

## পন্থা আৰু প্ৰৱৰ্ত্তক

যিখন ৰথতে উঠি যিটি পথ লবা
পাবাগই স্বৰ্গত তাৰেই,
যেনেকুই ভাবা তুমি যিটি পথে চলা,
পাবাগই একে জনকেই ।
প্ৰৱৰ্ত্তক সকলোৰে নেসাজে নতুন
অনাদিৰ অৰ্থ উলিয়ায়,
নকৰে নতুন জাত মনতো নাভাবে,
ভকতেহে লোককো ঘিণায় ।
জ্ঞানী লোকে নিজে ডাঠি কদাপি নকয়
নিজৰ কথাকে ঠিক বুলি,
নিজৰ চৰণ-চাখ কামত এৰিব,
নেথায় ভৰিৰে নিজে তুলি ।
চকু থকা লোকে ভাল দেখে অইনতো,
অইনৰো ভাল গুণ গায়,
লোকক দেখিলে ভাল, নিজৰ ঘৰক
ঘিণকৰা বুলি নুবুজায় ।
পুথি পঢ়ি নাম কৰি জ্ঞানী হয় যদি
অমঙ্গল আৰু তাকৰিব,
জ্ঞান-কলহৰ পৰা অজ্ঞান উগাৰি,
মানুহ ভুলাব নোৱাৰিব ।
একোজন পুৰুষৰ সময়-বালিত
বৈ যায় চাৰ চৰণৰ,
হয়তো সময়মতে মাৰ যায় গৈ,
নতু পৰি আৰু ভাঙৰ ।

দুৰ্গেশ্বৰ শৰ্ম্মা

যি থানত অতীজৰ পুৰুষলোকৰ
আছে লীলা-খেলা কৰা ঠাই,
তাত আজি স্মৃতি চিহ্ন জ্বলিব লাগিছে
যদিও শিলেৰে সজা নাই।
একোজন পুৰুষৰ একো আঁজোৰত
বহু যুগ আগবাঢ়ি যায়,
একোজন পুৰুষৰ একোটা ঠেলাই
বহুকাল সংসাৰ চলায়!
যেতিয়া ৰবহি আহি সমাজৰ গতি,
নাইবা হুইঁকি পিচ পৰে,
তেতিয়া আকৌ আহি একোজন লোকে
সমাজৰ গুৰি বঠা ধৰে।
কোমল পানীত সকসুৰা গুৰিয়ালে
নাওখনি বাই লই যায়,
টান পানী পৰিলেহি বলীয়ে সিদৰে
বলেৰে বালেহে আগুৱায়।
যেনে নাৱৰীয়া লাগে, ঠিক তেনে পাৰা,
য'ত যেনে সোঁত তেনে চাই;
য'ত যিটি আৱশ্যক আপুনি ওলাব,
আপুনি লবহি নিজ ঠাই।
নৈয়েনো কিমান বাৰ সোঁতা এৰি যায়
তাৰ একো লেখজোখ নাই।
সমাজৰ মতো লৰি থাকে সেইদৰে,
যেতিয়া যিটিবে ছল পায়।

ভকতে ভকতি যদি কৰে বৰ কই
মহত্ত্ব তাকৰে মহতৰ ;
টানি আনি মহতকো ভকতে লগোৱা
সুমায় ভিতৰ বিবাদৰ।
মহতৰ হিয়াখনি সদায় বহল,
সকলোকে সমভাৱে চায় ;
কোন বৰ কোন সৰু তেনে মীমাংসাৰ
ওচৰে কদাপি নেযায়।

## চন্দ্ৰধৰ বৰুৱা

[ 'ভাগ্য পৰীক্ষা,' 'মেঘনাদ বধ' আদি নাটৰ সুপৰিচিত গ্ৰন্থকাৰ শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা এজন নামজলা লেখক। কবিতাটি তেখেতৰ 'ৰঞ্জন' নামৰ কবিতা পুথিৰ পৰা লোৱা হৈছে। ]

### ধূলি-কণা মই

( ১ )

যিদিনা মৰিম মই, সেই দিনা বাৰু
জগতৰ কেনি হানি হ'ব ?
মৰিলোনে আছোঁ মই, এই কথাকেনো
পৃথিবীৰ কিমানে জানিব ?

( ২ )

মই মৰিলেও, দিন গ'লে ৰাতি হ'ব
জোন বেলি ওলায়ে থাকিব ;
গছত ফুলিব ফুল, বতাহ বলিব
নিজ বাটে নক্ষত্ৰ ঘূৰিব।

(৩)

আজিৰ দৰেই নিতৌ জগত চলিব
নাই তাৰ অকণো সংশয় ;
এই বিশ্ব সংসাৰত কোনো নিয়মৰে
লৰচৰ অলপো নহয়।

(৪)

মই নোহোৱা বাবে এই জগতৰ
কোনো কাম পৰি নেথাকিব ;
কামত বিভোৰ এই বিশাল বিশ্বই
মই মৰা গমকে নেপাব।

(৫)

অনন্ত বিশ্বৰ এই অসংখ্য ধূলিৰ,
এটিমাত্র ধূলিকণা মই ;
মোৰ বিহনে এই বিপুল সৃষ্টিৰ
কেনিও অকণো হানি নাই।

## হিতেশ্বৰ বৰবৰুৱা

[ অমিত্রাক্ষৰ ছন্দত কাব্য ৰচক স্বৰূপে ৺হিতেশ্বৰ বৰবৰুৱা জনাজাত। 'কমতাপুৰ ধ্বংস', 'তিকতাৰ আত্মদান', 'যুদ্ধক্ষেত্ৰত আহোম ৰমণী' আদি কেইবাখনিও বুৰঞ্জীমূলক কাব্যেৰে এখেতে অসমীয়া সাহিত্যৰ যোগান ধৰিছে। খণ্ড-কবিতাতো এখেতৰ হাত আছে। 'মালচ' এখেতৰ ৰচিত চনেটৰ পুথি।]

# চকুলো

## [ তিকতাৰ আত্মদান কাব্য ]

(১)

চকুলো ! কেনুৱা তই ? কেনুৱানো তোৰ, হায় !
নির্দ্দয় হৃদয় ? তই কিয়নো ওলাৱ ?
কি সুন্দৰ চকু দুটি ! নাই ক'তো বিন্ধা,
ওলাবৰ কেনি বাট পাৱ ?
নির্দ্দয়া, চকুলো ! তই, যৱে অভিমন্যু বীৰ
বিদায় মাগিব গ'ল উত্তৰাৰ ঠাই
হায় ! যুদ্ধ-যাত্রা কালে, দুর্ভাগী উত্তৰা
দেখিলে এন্ধাৰ তোক পাই ॥
তয়েনে, চকুলো ঐ ? যি ধৰিলে ঢাকি, হায !
উত্তৰাৰ দুই চকু ? যৱে দেখা হয়
শেষ দেখা স্বামী স'তে ? নেদেখিলে সতী
পতি মুখ ! সেয়েনেকি তই ?
কত আশা কৰি দেবী সুভদ্রা পৰাণ ভৰি
খুজিছিল চাই ল'ব অভিমন্যু-ধন,
তই কিন্তু, নিৰদয়া ! ঢাকিলি দুই চকু ।
নেদেখিলে প্ৰাণৰ নন্দন ॥
নির্দ্দয়া, চকুলো তই ! তোৰ অতি কাঠ-চিত,
দুর্ভগীয়া দুর্ভাগীক কত বাধা দিয় !
আশাত নিৰাশ কৰ, হায় ! পাপীয়সি !
তোৰ এনে কুস্বভাৱ কিয় ?

## হিতেশ্বৰ বৰবৰুৱা

কিয় নিন্দো, হে চকুলো ! তুমি অতি দয়াৱতী,
মিলনৰ পাছে পাছে প্ৰেয়সী-বিৰহে,
হৃদয় ব্যাকুল হ'লে, কোনে শান্তি দিয়ে ?
তুমি তেওঁ, আৰু কোনো নোহে ॥
হে চকুলো ! নিন্দো কিয় ? বিপত্নীক হিতেশ্বৰ
তুমি মাথো ভাবসাৰ থল সংসাৰত,
হেৰুৱাই অকালত জীৱন সঙ্গিনী,
তুমি তাৰ সঙ্গী জীৱনত ॥
প্ৰাণাধিকা অৰ্দ্ধাঙ্গিনী অৰ্দ্ধ-অঙ্গ শূন্য কৰি
সুখৰ সপোন ভাঙ্গি গইছে স্বৰ্গত,
তুমি মাথো হিতেশক শান্তি দিয়া, দেবি !
সখীৰূপে দুঃখৰ কালত ॥

আৰু ——
দুৰ্ভগীয়া নৰ যবে পৰে, হায় বিপদত,
বন্ধুৱে তিয়াগি তাক যায় এৰি থই,
কিন্তু, হে চকুলো ! তুমি তেনুৱা কালত
থাকা তাৰ লগৰীয়া হই ॥
ই স্নেহ সামান্য নোহে, এনুৱা চেনেহ নাই ;
নাই নৰ-হৃদয়ত, হায় ! কোনজন
বিপদত সঙ্গী হয় ? আপদ কালত
যবে নৰ বিষাদ মগন ?
পৰাণৰ পুত্ৰে যবে কৰে, হায় ! প্ৰাণত্যাগ
দুৰ্ভাগিনী জননীক কন্দুৱাই থই,

## নিয়ৰ

সিকালত হে চকুলো! নিচ্‌কায় কোনে
দুভাগীক? তুমিয়ে নহয়?
জনক জীয়াৰী সীতা অশোক বনত যবে
বন্দিনী আছিল, হাঁয়! তেনুৱা কালত
আছিল লগত কোন? সৰমা? নহয়
তুমিয়েহে সীতাৰ লগত ॥
বিপদৰ বন্ধু তুমি, তুমি অতি দয়াৱতী,
বৰ স্নেহ কৰা তুমি বিপদ কালত,
নিচিনে তোমাক আনে, মই চিনি পাওঁ
তুমি মাথো বন্ধু বিপদত ॥

## নিয়ৰ

[ তিৰুতাৰ আত্মদান কাব্যৰ পৰা ]

গ'ল অন্ধকাৰ ৰাতি, আহিল পুৱতী ঘূৰি,
জীৱজন্তু পালে সাৰ পাই পুনু প্ৰাণ;
দেখা দিলে পূবফালে ৰঙচুৱা বেলিটিয়ে,
বনৰ চৰায়ে গায় নানা সুৰে গান ॥
ধীৰে ধীৰে আহে যায় পুৱাৰ বতাহ জাকি
নচুৱাই লাহে লাহে বিৰিখৰ পাত,
টোপাটোপে টপ্‌ টপ্‌ পৰে নিয়ৰৰ টোপা
সঘনে সঘনে আই পৃথিৱীৰ গাত ॥

নিয়ৰ! তুমিনো কোন? কাৰ চকুপানী ঐ
পৰিছা মাটিতে।

## হিতেশ্বৰ বৰবৰুৱা

কোৱাঁ তুমি কোৱাঁ আজি নিয়ৰৰ ৰূপ ধৰি
কিয় টোপাটোপে পৰি থাকা নিতে নিতে ?
কান্দিছে কোনেনো হাঁয় ? কেন্তুৰা সি দেশ ঐ ?
কান্দে তেওঁ ষ'ত ?
যাৰ চকুপানী তুমি কান্দিছেনে তেওঁ আজি
কাৰ বিৰহত পৰি ? নহ'লে কিহত ?
নিয়ৰ ? স্বৰ্গীয় তুমি ; স্বৰ্গৰ চকুলো ঐ ?
আছেনে স্বৰ্গতো
দুঃখ-শোক ৰোগ-ব্যাধি বিৰহ-বিচ্ছেদ ক্লেশ
চেনেহী শুৱলা দেৱকন্যাৰ মনতো ?
আছেনে স্বৰ্গতো, হায় ! দুখুনী বিধৱা ঐ
চিৰ দুৰ্ভাগিনী ?
কালৰ হাতত পৰি পলাই লুকালে যাৰ
পৰাণৰ পতিধন নয়নৰ মণি ?
দুৰন্ত ৰোগৰ হাত তাতোনেকি আছে ঐ ?
স্বৰ্গৰ মাজত ?
তাতো কি মইনা মোৰ ৰোগৰ জ্বালাত পৰি
দুধাৰি চকুলো টোকে নিৰবে দুখত ?
চৰণত ধৰোঁ মই ( যদিহে নহয় ) কোৱা
কাৰ চকুপানী তুমি পৰা নিত নিত ?
শুনিছোঁ স্বৰ্গৰ বোলে দেৱকন্যা সবে ঐ
সন্তাপ নাপায় ?
নাই তাত দুখ শোক বিৰহ বিচ্ছেদ ক্ৰোধ,
স্বৰ্গ বোলে চিৰসুখ মিলনৰ ঠাই ॥

কিন্তু, হায় পৃথিৱীৰ মানুহৰ ক্লেশ ঐ
　　সহিব নোৱাৰে—
স্নেহময়ী দেৱকন্যা হৃদয় কোমল অতি,
নৰৰ কেলেশ দেখি চকুপানী পৰে ?
সেয়ে নেকি তুমি ? সেই চকুলো সুধাৰি ঐ
　　স্বৰ্গীয় কন্যাৰ ?
নিচিনো নিয়ৰ ? তুমি কাৰ চকুপানী ঐ ?
　　সদা চিন্তা হয়—
সঁচানেকি স্নেহময়ী জগতৰ জননীয়ে
নৰৰ ক্লেশত কান্দে ? তাকে ভাবো মই ॥
পৃথিবীত নৰে কান্দে, আয়ে দুখ পাই ঐ
　　চকুলো টুকিছে ।
স্নেহময়ী আই বিনে কোনেনো কান্দিব আৰু ?
আইৰেহে টোপা-টোপে চকুলো সৰিছে ॥

## মফিজ উদ্দিন আহমদ হাজৰিকা

[ এখেতৰ 'জ্ঞান-মালিনী' অসমীয়া ভাষাৰ কাব্য-কুঞ্জনিত এপাহি স্বৰ্গীয় পাৰিজাত । ]

### মৰিশালিখনি

( ভিবৰু নৈৰ সিপাৰৰ )

আহা ! কেনে নিজমীয়া, কেনে নিজঞাল !
যেনি চাওঁ, দেখা পাওঁ, নিমাত নিতাল !
কাঁহ পৰি যায় জীণ, গভীৰ গহীন !
কি যে এটি বাজি আছে নিৰাশাৰ বীণ !

কি যে এটি কেনে জানো বিঙা-ভাব-ধৰা
বই বই বায়ু বয় মৈদামৰ পৰা !
কি যে এটি ছাটি-ফুটি বেজাৰৰ ঠাই,
শুনো যেন কিবা হেন কিবা "হাঁয় ! হাঁয় !!"

* * *

এনি তেনি দেখোঁ মানে যত মৰা শৱ,
পৰি আছে নিশবদে নাই কোনো ৰৱ ।
কিযে ভয়ানক ভাৱে দাঁত নিকটাই,
হাঁহি হাঁহি আছে, যেন ভাবি চাই চাই
পৃথিবীৰ গতি-মতি লাহ-বিলাহক,
আৰু এই মতলীয়া জীয়া মানুহক ।
চিয়াৰেৰে কয় যেন "হে ! মানুহহঁত !
এয়ে শেহ-দশা, চাহি, তযু কপালত !
আজি হায় ! ফুৰিছ যে ধপছালি মাৰি
ছুদিনীয়া পৃথিবীত মুৰে-ভৰি কাঢ়ি ;
কাইলৈকে দেখা পাম, আমাৰেহে দৰে,
ধুলি-মাকতিৰে মিল হবি শেহান্তৰে ।
ধনী, মানী, জ্ঞানী বুলি কৰি অহঙ্কাৰ,
ফিতাহিৰে ধৰাখনি কৰ তোলপাৰ ;
কুলে কুলীয়ান বুলি, বুকুক ফিন্দাই,
কিযে আয়মেৰে ফুৰ মুখ-ওফোন্দাই ;
ইবোৰৰ গুটি-বটা পাবি সেই দিন
মৰিশালি পোৱাবহি যমে যেই দিন !!

নেভাবিবি নৰ-জীৱ, অজৰ অমৰ।
নেভাবিবি ডৰ নাই ফিতাহি ভেমৰ।
নেভাবিবি ৰক্ষা পাম, ধনৰ বলত।
নেভাবিবি সাৰি যাম, বুধিৰ ছলত।
নেভাবিবি কাম নাই কোনো ধৰমত।
নেভাবিবি লাভ নাই, প্ৰভু-মৰমত।
নেভাবিবি সিপুৰীত একো ভয় নাই,
দেখিলেহে কান্দিবিহি, কৰি হায়! হায়!!
মিছাতেই বিচাৰিছ সৰু আৰু বৰ;
নেথাকিব ইঠাইত একো ভিন পৰ।
ৰজাপ্ৰজা সৰু বৰ বলী নিৰবল
সকলোৰে হব এই একেখনি থল।"
সংসাৰৰ শত্ৰুৰালি, কপটালি, খণ্ড
মৰিশালি পালে হব সকলোৰে ভঙ্গ।
লৰা-বুঢ়া তিৰী-মটা, শত্ৰুৰু-মিতিৰ,
গাই গাই ওচৰতে ইটিয়ে সিটিৰ,
নিজ কৰমৰ দোষ ভৰা-গুণা কৰি,
একেখনি পাটিতেহে থাকিবিহি পৰি।
সংসাৰৰ হাই দ্বন্দ্ব কিম্বা খোচা-খুচি,
সকলোৰে অন্তৰৰ সমূলঞ্চে গুচি,
নিজৰেহে ভাবনাত নিজে কোঁচ খাই,
চিয়ঁৰিবি "ত্ৰাহি! ত্ৰাহি!" আৰু "হাঁয়! হাঁয়!!"

# ধনাই বৰা

[ মঙ্গলদইৰ ছিপাঝাৰৰ শ্ৰীযুত ধনাই বৰাই আজীৱন শিক্ষকতা কৰিয়ে কটাইছে। তেখেতৰ 'কৱিতা চন্দ্ৰিকা'ৰ কৱিতা নপঢ়া অসমীয়া ছাত্ৰ নাই বুলিলেও হয়। সহজ সৰল ভাষাত গধুৰ ভাব প্ৰকাশ কৰায়ে তেখেতৰ কবিতাৰ বৈশিষ্ট্য। ]

## প্ৰকৃত অমৰ

অমৰ সিজন　　　কৰে যেইজন
সদায় আনৰ হিত।
সত্য কথা কয়,　　　ধৰ্ম্ম পথ লয়
পাপত নিদিয়ে চিত।
অন্তৰত যাৰ　　　নাই অহঙ্কাৰ,
নম্ৰভাৱে কথা কয়।
দৰিদ্ৰৰ প্ৰতি　　　দয়াশীল অতি
কাকো হিংসা নকৰয়।
কুনীতি দমন　　　কৰি যেই জন,
সুনীতি প্ৰচাৰ কৰে।
জানিবা নিশ্চিত　　　সিটো পৃথিৱীত
অমৰ জীৱন ধৰে।
আনৰ দুখত　　　লভয় মনত
অশেষ প্ৰকাৰ দুখ।
দেখিলে আনৰ　　　সুখ বহুতৰ
লভয় অশেষ সুখ।

আপোন মঙ্গল নিচিন্তি কেৱল
আনৰে মঙ্গল কৰে।
বিধিৰ বিধানে মৰিও শিজনে
অমৰ জীৱন ধৰে।
যুগ যুগান্তৰ সেই পুৰুষৰ
নাম থাকে পৃথিবীত।
যত নৰ-নাৰী সেই নাম ধৰি,
পবিত্ৰ কৰয় চিত।
সত্যবাদী ধীৰ ৰজা যুধিষ্ঠিৰ
গুণৰ মন্দিৰ বাম।
ৰজা আকবৰ পৃথিবী ভিতৰ
ধৰিছে অমৰ নাম।

## যতীন্দ্ৰনাথ দুৱৰা

[ শ্ৰীযুত যতীন্দ্ৰনাথ দুৱৰা আধুনিক অসমীয়া সাহিত্যৰ এজন শ্ৰেষ্ঠ কবি। তেখেতৰ 'ওমৰ তীৰ্থ', 'কথা কবিতা', 'আপোন সুৰ' পুথিয়ে অসমীয়া সাহিত্যত নতুন যুগৰ সূচনা কৰিছে। ]

### ওমৰ তীৰ্থ

ৰাজ সুখ আশে কোনোবা বলিয়া
কোনোৱে বিচাৰে স্বৰগ সুখ।
তাঁৰ পিচে পিচে লৰোঁতে সদায়
ইকাসে নজৰে ধৰত সুখ।

লোৱা ততালিকে যি পোৱা হাতত
নোপোৱা যিখিনি থাকক বাকী
দূৰৰ বাজনা শুনিলে কি হব
মাজত তোমাৰ তেনেই ফাঁকি।

* * *

সংসাৰৰ সুখ আশাকৰি নবে
আপোন-পাহৰি লৰিছে হাঁয়!
কাৰোবা ভাগ্যত ফলিছে সপোন
কাৰোবা ভাগ্যত একোৱে নাই।
কি লাভ ইয়াত খন্তেকীয়া সুখে
খন্তেকৰ পাচে আঁতৰি যায়
মৰুৰ মাজত নিয়ৰৰ কণা
পলাই পুৱাৰ পৰশ পায়।

* *

এই পৃথিবীৰ আলহী ঘৰত
দিন ৰাতি দুয়ো দুৱৰী যাৰ,
সুখ দুখ ভৰা অতীত ৰাগিণী
বাজিছে কতনো বুকুত তাৰ।
ত্ৰিভুবন জয়ী কত ৰজা আহি:
কালৰ কোলাতে মিহলি হ'ল·
জ্বলিল চাকিটি দুমাল আকৌ
পোহৰৰ মাথোঁ স্মৃতিটি ৰল।

* *

## ওমৰ তীৰ্থ

কোনোবা বলিয়া সুখ সুখ কৰি
এই পৃথিবীকে সাৱটি ধৰি
কোনোৱে ভাবিছে মৰণৰ পাচে
পাম সঁচাকৈয়ে সুখৰ পুৰী।
তইঁতৰ সুখ নাই ক'তো হেৰ
নিঠুৰ মৰণে চিঞৰি কয়,
মুৰ্থ তইঁত অলীক ভাবনা
ভাবি কৰ কিয় জীৱন ক্ষয় ?

*    *

ধৰণীৰ এই সেউজীয়া কোলা
ইয়াতে জনম লভিলো মই
কিয়বা আহিলো কিহৰ সোঁতত—
কি কাম ইয়াত সাধিম অ'ই।
এই কোলাখনি উদঙাই পুনু
কাৰনো উদ্দেশে উধাও হ'ই
মৰুৰ মাজৰ বতাহৰ দৰে
কোন অসীমত মিলিম গ'ই।

*    *

এই পৃথিবীয়ে কতযুগ ধৰি
কত ঋষি মুনি জনম দিলে,
কত সাগৰৰ নীৰৱ বুকুত
শত লহৰীয়ে নিৰলে খেলে।
কত জোনবেলি দশোদিশ জুৰি
গ্ৰহ তৰা লই লগেৰে ফুৰে,

## যতীন্দ্ৰনাথ দুৱৰা

সকলোৰে মূল কালৰ চকৰি
ঠিক একেদৰে সদাই ঘূৰে।

* *

অশেষ যতনে নোৱাৰিলে কেও
অসীম ৰহস্য কৰিব ভেদ,
ক্ষীণ মানৱৰ ক্ষীণবুদ্ধি বল
জীৱন সংশয় নহল ছেদ!
কত পণ্ডিতৰ জ্ঞানৰ পোহৰ
অনন্ত পোহৰে পেসালে জঁই,
প্ৰতি মুহূৰ্ত্ততে সৃষ্টিৰ বিকাশ
প্ৰতি মুহূৰ্ত্ততে ঘটিছে লয়।

* *

ফুৰোতে সিদিনা সন্ধিয়া পৰত
গই পালোঁগৈ কুমাৰ গাওঁ,
দুহাতে কুমাৰে সানি লৈ বোকা
কেনেকৈ মাটি থচিছে চাওঁ।
নিকৰুণ ভাৱে থচোঁতে থচোঁতে
মাটিৰ মুখত ওলালে মাত
কয় কাতৰেৰে "লাহে লাহে হেৰা,
আৰু কত দিয়া আঘাত গাত"।

* *

যুগে যুগে এই একেটি কাহিনী
ঠিক এনেদৰে আহিছে বই,
যিদিনা সৃষ্টিৰ প্ৰথম পুৱাতে
বিধাতাই মাটি হাতেৰে লই

ওমৰ তীৰ্থ

পেলালে চাকত গঢ়িলে মানুহ
কত ৰকমৰ যতন কৰি
উঠিলে সিদিনা প্ৰকৃতিৰ বুকুত
বিষাদৰ সুৰ বসুধা জুৰি।

* *

আলহীৰ ঘৰ এই দেহাখনি
খন্তেকৰ মাথো জিৰণি ঠাই,
মৰণৰ শিঙা বাজিলে এবাৰ
নিজৰ বাটেদি আলহী যায়,
বাটত ভাগৰি আৰু আন জনে
জিৰণিৰ ঠাই বিচাৰি আহে
এজনৰ পাচে যায় আন জন
যোৱা জন আৰু ঘূৰাই নাহে।

* *

জগতত হেৰা নঘটে প্ৰলয়
তুমি আৰু মই আঁতৰি গ'লে,
কোন তুমি মই—নহলেও আমি
সংসাৰৰ হাট সমানে চলে।
উঠিছে পৰিছে শতেক লহৰী
সাগৰত কত যুগৰে পৰা
অনাদি অনন্ত কালৰ পিয়লা
বইছে সদায় সুৰাৰে ভৰা।

* *

যতীন্দ্ৰনাথ দুৱৰা

সংসাৰৰ খেলা সামৰি যেতিয়া
কালৰ কোলাত পৰিম ঢলি,
কোনে জানে হেৰা আৰু কতদিন
সংসাৰ ভাৱনা থাকিব চলি।
নাভাৱ সাগৰে এটি বালিকণা
বতাহত যদি মিহলি হয়,
আমাৰো জীৱন মৰণতো কাৰো
হৰণ ভগন অকণো নাই।

## শ্ৰীশ্ৰীশঙ্কৰ দেৱ

কোন দূৰ অতীতৰ ধ্যানমগ্ন যোগী তুমি
তৱ পুণ্য কিৰণেৰে কৰিলা পৱিত্ৰ ভূমি?
নিৰলে বজাই বীণ কোন কবি কাননত
স্বৰ্গৰ বাতৰি আনি দিলা দেৱ মৰতত?
মধুৰ ঝঙ্কাৰ তাৰ গভীৰ উদাৰ সুৰে
আজিও উঠিছে বাজি অসমৰ ঘৰে ঘৰে।
যি বীণাৰ সুৰেৰেই প্ৰেম মন্দাকিনী ধাৰা
অসীম সাধনা বলে নমালা স্বৰ্গৰ পৰা।
বোৱালা ভক্তিৰ সোঁত দিলা ধৰ্ম্ম, দিলা জ্ঞান,
দিলা ভাষা অসমক কৰিলা জীৱন দান।
তোমাৰ জীৱন দেৱ লিখে এনে সাধ্য কাৰ
গোটেই অসম তুমি বিস্তৃত জীৱনী যাৰ।

অসমৰ ৰীতি নীতি অসমৰ সদাচাৰ,
অসমৰ ধৰ্ম্মভাৱ অসমৰ ব্যৱহাৰ—
সকলোকে তুমি দেৱ সজালা নতুন সাজে,
তোমাৰ গৰিমা গীতি হৃদয়ে হৃদয়ে বাজে !
তোমাৰ নামৰ ধ্বনি গাঁৱে গাঁৱে সবাহত
উঠিছে আকাশ ভেদি কীৰ্ত্তনৰ প্ৰসঙ্গত।
"শঙ্কৰ আমাৰ গুৰু" উলাহতে গাই গান
দিয়ে আহি বিহুবানে নৱবৰষৰ জান।
তোমাৰ গীতকে শুনো হাবি বন পথাৰত
মানুহৰ মুখে মুখে সকলোৰে অন্তৰত।
বেদ উপনিষদৰ বাছি বাছি ফুল তুলি
কত যতনেৰে দেৱ গাঁথিলা ই মালাধাৰি।
ক্ষুদ্ৰ স্বাৰ্থ ভিন্‌ভাব আঁতৰাই সক বৰ,
পিন্ধালা ধৰ্ম্মৰ মালা সকলোকে আদৰৰ।
জ্ঞানী ভক্ত কৰ্ম্মবীৰ অসমৰ ৰত্ন তুমি,
অশেষ ৰতনে দেৱ সজালা জনমভূমি।
তোমাৰ সাজকে পিন্ধি জননীয়ে উলাহত
নিজকে চিনাকী দিয়ে হাঁহি হাঁহি জগতত।
তোমাৰ বলতে আজি হৈ আমি বলীয়ান,
উন্নতি বাটত হওঁ ধীৰে ধীৰে আগুৱান।
আকাশী নিয়ৰ দৰে তোমাৰ আশীষ বাণী,
মৰুময় আকাশত বিতৰক শান্তিপানী।
তোমাৰ কৰুণাকণা পৰে যেন জীৱনত,
ভক্তিৰ আঁজলি দিওঁ সাদৰৰে চৰণত।

# সূর্য্যকুমাৰ ভূঞা।

[ এখেতে অসমীয়া সাহিত্যলৈ কেইবাখনিও গদ্য পদ্যৰ গ্ৰন্থ আগ বঢ়াইছে। 'নিৰ্ম্মালি' তেখেতৰ পদ্য পুথিৰ ভিতৰত বিশেষ লেখত লবলগীয়া। অসমীয়া বুৰঞ্জী সম্বন্ধে তেখেতে বিশেষ অনুসন্ধান আৰু আলোচনা কৰিছে।]

## আশা

সংসাৰৰ নৰ-নাৰী মাথোন আশাতে জীয়ে
ভালপোৱা আৰু শলাগনি,
জীৱন অমিয়া ঢালে আশাৰ কুহকী বাণী
উলাহৰ শক্তি সঞ্জীৱনী।
নিশা দেৱী আঁতৰিলে নতুন সাজেৰে সাজি
পুবপিনে উঠে দিনমণি,
ব্ৰহ্মাণ্ডৰ চাৰি পাশে আশাত উতলা প্ৰাণে
পায় তাৰ বাৰ্ত্তা আগমনি।
তিৰ্‌-বিৰ তিৰ্‌-বিৰ্‌ জিলিকে দুখৰো মাজে
প্ৰভাময় আশাৰ কণিকা,
দুখত মগন প্ৰাণে সুখ আগমন জানি
কিবা যেন দেখে চকামকা।
মনিব নোৱাৰা পাৰ অথাই নদীৰ মাজে
বুটি নাও ডুবোঁ ডুবোঁ হয়,
তাতো নিতে যাত্ৰীসৱে তৰণীৰ গতি মনি
বান্ধে নব আশাৰে হৃদয়।
সংসাৰী জঞ্জাল যাৰ সুগুচে কান্ধৰ পৰা
আদি হেতু পুত্ৰ পৰিবাৰ,

সন্ধিয়া

তথাপি আশাৰে ভৰা মোহন ছবিটি দেখে,
ভগৱান সহায়ত তাৰ,
জীৱন যুঁজত যুঁজি অবিশ্ৰান্ত ভাবে যেৱে
পৰাজয় দেখিছে মাথোন,
যুঁজৰ মাজতো দেখে খন্তেকে আঁতৰি যোৱা
প্ৰেমময় মধুৰ সপোন।
জীৱন গছৰ পুলি নৰ সি পুলিৰ মালী,
আশা তাৰ সঞ্জীৱনী পানী,
নহ'লে ফুলনি ধৰা খন্তেকতে ভুঁই পৰা
নাই তাত একোৰে মোহনী।

## সন্ধিয়া

কোন তুমি আইদেউ মুকলি চুলিৰে
ৰইছা আঁউজি থিৰ আকাশৰ গাত ?
নিতউ দেখুৱা বাট তৰাৰ চাকিৰে
নিশাৰ প্ৰহৰী হই মিলন যাত্ৰাত ?
তুমি কোন দেৱবালা শান্তি-আৱৰণ
মেলি দিয়ে ডাগৰৱা প্ৰকৃতিৰ পিনে ?
আকাশত মিলি যোৱা কৰি বিতৰণ
জগতক শান্তিসুধা খন্তেক কাৰণে ?
দিনেকৰ মহাৰথী দেৱ দিনমণি
বুৰমাৰে পছিমৰ এন্ধাৰৰ তলে,

সেইদেখি তুমি নে কি বিষাদবদনী
এটুপি চকু লো মচা ৰিহাৰ আঁচলে ?
নহলে শিৱৰ ফোঁট কিয় মচি থোৱা
বিয়োগৰ শোকতাপ পাহৰি নোযোৱা ?

## তৰুণৰাম ফুকন

[ দেশভক্ত তৰুণৰাম ফুকনৰ গদ্য পদ্য উভয়তে হাত আছিল। তেখেতৰ 'স্তুতি মালা' নামৰ কবিতা পুথিৰ পৰা তলৰ কবিতাটি লোৱা হৈছে। ]

### ঈশ-স্তুতি

তোমাৰ মহিমা অসীম অপাৰ
বিশ্বৰ পালক তুমি ;
অতি কাৰুণিক পৰম দয়ালু
ধৰ্ম্ম বিচাৰৰ স্বামী।

তোমাকে প্ৰণামো কৃপা ভিক্ষা কৰোঁ
পোন বাটে নিয়া মোক ;
যি পোন বাটত চলিছে সদায়
তযু কৃপাপাত্ৰ লোক।

কোপত পতিত যি পথত চলে
সি পথে নিনিবা মোক ;
নাইবা চলিছে সি পথত প্ৰভু
পথভ্ৰষ্ট যত লোক।

মুছলমানৰ আদি স্তুতি আল্‌হাম ছুলিল্লাৰ ভাঙনি।

# শৈলধৰ ৰাজখোৱা

['বিদ্যাৱতী', 'ৰণজিত', 'নিজৰা' আদি নাটক আৰু কবিত লেখক স্বৰূপে শ্ৰীযুত শৈলধৰ ৰাজখোৱা অসমীয়া সাহিত্যত সুপৰিচিত।]

## বৰপেটা

অসমৰ কাশীপুৰি          দ্বাৰকা মথুৰা পুৰি
অসমৰ বৰপেটা ধাম,
চাই যোৱা বাটৰুৱা          পৰাণ জুৰাই যোৱা,
শুনি যোৱা হৰিগুণ নাম।
পূৰ্ণব্ৰহ্ম অৱতাৰ          সেই মহা পুৰুষৰ
পদ ৰজ পূত-পুণ্য থান,
ইথানৰ প্ৰতি অণু          বালিকণা পৰমাণু
শুনে নিতে হৰিগুণ-গান।
আকাশত হৰিনাম          বতাহত হৰিনাম
হৰিনাম শিশুৰ মুখত,
নাৱে নাৱে হৰিনাম          ই যেন বৈকুণ্ঠ ধাম
হৰিনাম ব'ঠাৰ কোবত।
আকাশী চৰায়ে মাতে    "ৰাম বোল", "হৰি বোল",
গছে পাতে হৰিগুণ গায়;
নিজান বননি জিনি          হৰিৰ মহিমা শুনি
শোকতাপ দূৰতে পলায়।
জনমত হৰিনাম;          বিবাহত হৰিনাম
হৰিনাম বিহু-উৎসৱত;
নাৱৰীয়া নাও বাই          হৰিৰ মহিমা গায়;
ৰবনৈৰ বিমল বুকুত।

## শৈলধৰ ৰাজখোৱা

সবল সুন্দৰ হাতে বঠা ধৰি ভেকাইতে
নাওখেলে তিপি উৎসৱত,
'ৰামবোল', 'হৰিবোল' চাবে চাবে উঠে বোল
হৰি বুলি নাচে উলাহত।
চউপাশে তাল-খোল মৃদঙ্গৰ মহাবোল,
থানে থানে হৰি সংকীৰ্ত্তন,
সুখী দুখী পাপী তাপী, চাই যোৱা কাষ চাপি
মানৱৰ ই মহামিলন।
নাই পূজা আৱাহন নাই বলি বিসৰ্জ্জন
উচ্চ-নীচ ভেদাভেদ জ্ঞান,
নাই কাৰো উচ্চাসন নাই কাৰো নীচাসন
হৰিভক্ত সকলো সমান।
ইহেন আদৰ্শ লই আহিছিলা ধৰালই
হে দেৱতা! অসম ভাগ্যত,
সাম্য মন্ত্ৰ হৰিনাম পবিত্ৰ কীৰ্ত্তন থান
এৰি গ'লা ই মহাতীৰ্থত।
এয়ে সেই পুণ্যভূমি যি থানত নিজে তুমি
থানে থানে ধৰ্ম্মসত্ৰ পাতি,
নানা শাস্ত্ৰ ব্যাখ্যা কৰি মাতৃভাষা পুৰ্ণ কৰি
গঢ়ি গ'লা অসমীয়া জাতি।
ভাষাৰ জননী তুমি জাতিৰ জনমভূমি
সাম্যমন্ত্ৰ প্ৰচাৰা ধৰাত,
সেই মহামন্ত্ৰ জপি মুক্ত হওক পাপী তাপী
বিশ্বপ্ৰেম জাগক প্ৰাণত।'

## বিশ্ব-ৰূপ

তুমি নীল আকাশৰ মোহিনী ছবিটি,
উষাৰ ৰাঙলী আভা ;
তুমি সন্ধিয়াৰ সেই ৰঙা মেঘখনি,
অনন্ত বসন্ত শোভা ।
তুমি বিজুলী লতাৰ বেঁকাবেঁকি ৰেখা,
মেঘৰ আঁৰত থকা ;
তুমি দূৰণিত দেখা পাহাৰৰ শোভা,
শ্যাম বৰণেৰে ঢকা ।
তুমি নিজৰা বুকুৰ জোনৰ পোহৰ
বসন্ত কালৰ ফুল ;
তুমি শৰত কালৰ পূৰ্ণিমাৰ জোন,
লগত তৰাৰ থূল ।
তুমি কেঁচুৱা লৰাৰ মধুৰ হাঁহিটি,
জননী হিয়াৰ স্নেহ ;
তুমি কেতেকী ফুলৰ কোমল কুঁহিটি,
সুন্দৰ সুঠাম দেহ ।
তুমি আছা সউ নীল আকাশত
গোটেই ব্ৰহ্মাণ্ড জিনি ;
তোমাৰে আসন আৰেলি পৰৰ
ৰাঙলি দলিছা খনি ।
তুমি আছা এই পৃথিৱী বিয়াপি,
মহিমা বিকাশ কৰি ;

## শৈলধৰ ৰাজখোৱা

তুমি আছা মোৰ হিয়াৰ মাজত,
পৰমাত্মা ৰূপ ধৰি।
অনন্ত সুন্দৰ জগত তোমাৰ,
বিশ্ব স্বৰূপ তুমি ;
তোমাৰ মাধুৰী প্ৰকৃতি বুকুত
দেখোঁ য'তে ততে আমি।
তুমি যদি প্ৰভো ! নোহোৱা সুন্দৰ,
সৌন্দৰ্য্য চানেকী এনে—
ইমান সুন্দৰ বিশ্ব গঢ়িবৰ
ক'ত পালা তুমি তেনে ?
তুমি ভাঙিছা পাতিছা গঢ়িছা নিতউ
নিতউ নতুন কই ;
তোমাৰ জগত তোমাৰ ইচ্ছাত,
তোমাতেই পায় লয়।
তুমি আকাশী পথত তৰাফুল বাছি
নিশাও ধেমালি কৰা ;
অলপো তোমাৰ নেদেখোঁ জিৰণি,
নিতউ কামকে কৰা।
কাম যদি তুমি ভাল পোৱা এনে,
কামৰ অৰ্ঘ্যকে লই,
ক্ষুদ্ৰ শকতিৰে দুখনি চৰণ
আমিও পূজিম গই।

## ৰত্নকান্ত বৰকাকতী

[ শ্ৰীযুত ৰত্নকান্ত বৰকাকতী কবি হিচাপে 'উষা'ৰ দিনৰে পৰা অসমীয়া সাহিত্যত পৰিচিত। ভাব, ভাষা আৰু ছন্দৰ ফালৰ পৰা তেখেতৰ 'শেৱালি' কবিতাৰ পুথি বৰ্ত্তমান যুগৰ অসমীয়া সাহিত্যলৈ মোহন উপহাৰ। ]

### মিলন

সমানে সমানে মিল
এই যে নিখিল
সমনীয়া বিচাৰিয়ে
আকুল ব্যাকুল ;
নই বই সাগৰত গই,
পানীয়ে পানীয়ে মিলি
মিলনৰ তৰঙ্গতে
সমুদ্ৰ বাতুল।
নোহোঁ যেবে সম-নীয়া
তোমাৰ সমান বিভু,
নহওঁ বিৰাট মই
নহওঁ স্বৰাট,
মিলন তোমাৰে মোৰে
সম্ভৱ নে হ'ব কভু
অত ক্ষুদ্ৰ বিৰাটেৰে
অত অকস্মাৎ ?

মিলন তোমাৰে মোৰে,
অত দূৰ দূৰণিৰ
ইমান অতুল, হায়
ইমান অতুল,
নহয়নে বাক মোৰ
সমূলঞ্চে ভুল ?

*

তুমি মাটিৰ পৃথিৱী গঢ়ি
মিহলাই আন্ধাৰ পোহৰ,
তুলিছা যি জীৱনত মোৰ
হৰ্ষ বিষাদৰ
বিজুলী লহৰ !
প্ৰত্যুত্তৰ আদি তাৰ
পাৰো মই দিব
স্বৰ্গ সাজি মৰততে
সোণৰ বৰণ,
আপোন মনৰ মোৰ
মাধুৰী বাণিৰে
পাৰো যদি জগতক
কৰিব বৰণ ;
স্বৰ্গ-স্ৰষ্টা ৰূপে মই
তেতিয়াহে ধাতা
সখিত্ব গৌৰৱে আহা
তোমাৰ লগত,

জনমভূমি

মিলনৰ গৰ্ব্ব লই
মিগন মিলন কই
মিলি যাম মিলনেৰে
মহান বিশ্বত।

# নলিনীবালা দেৱী

[ শ্ৰীযুতা নলিনীবালা দেৱী, কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ প্ৰথমা কন্যা। এখেতৰ 'সন্ধিয়াৰ সুৰ' আৰু "সপোনৰ সুৰ" আধ্যাত্মিক ভাবৰ কবিতাৰ পুথি। ]

## জনমভূমি

মেলিলোঁ প্ৰথম চকু    তোমাৰ কোলাতে আই
জনমৰ আদিম পুৱাত
মুদিম আকৌ চকু    তোমাৰ কোলাতে শুই
জীৱনৰ শেষ সন্ধিয়াত।
মৰাৰ পিচতো যেন    পাওঁহি আকৌ ঠাই
চেনেহৰ শীতলী কোলাত,
ভাগৰুৱা আতমাই    শেষৰ জিৰণি লই
জিৰাবহি তোমাৰ ছাঁয়াত।
পখী হৈ আকাশৰ    বুকুত ফুৰিম উৰি
বাহ লম ওখ বিৰিখত,
পুৱতীৰ লগে লগে    জগাম তোমাক নিতে
বনৰীয়া সুৱদি গীতত।

## নলিনীবালা দেবী

আকাশৰ তৰা হৈ ৰ লাগি চাই লম
সেউজীয়া গুৱনি জেউতি,
জোনাকত মিল হৈ বিমান পথত বৈ
ওৱে বাতি কৰিম আৰতি।
হিমালয় পৰ্ব্বতৰ শুকুলা টিঙত গৈ
ফুৰি ৰম মানসী বিলত,
মলয়াৰ চোৱঁৰত পাৰিজাত ৰেণু সানি
ঢুলাম তোমাৰ চৰণত।
নদী হৈ পখালিম দুখনি চৰণ নিতে
মাটি হৈ মিলিম বুকুত,
সোণোৱালী মেঘ হৈ ৰঙা হাঁহি বিৰিঙাম
শেঁতা পৰা দুখনি ওঁঠত।
তোমাৰ ই ধূলি বালি তোমাৰ আকাশ বায়ু
আই মোৰ স্বৰগৰ বাস,
তুমি মোৰ মৰমৰ পুণ্য মুকুতিৰ ভূমি
তুমি মোৰ তীৰ্থৰ প্ৰভাস।
অ' মোৰ চেনেহী দেশ তোমাৰ দুখীয়া পঁজা
ৰচা তাত শান্তিৰ স্বৰগ,
ক'ত পাম এনে প্ৰীতি সৰল প্ৰাণৰ তাৰা
সেৱাৰ মহিমাময় ত্যাগ।
দুখীয়াৰ ভঙা পঁজা একোখনি তীৰ্থ তাত
একোখনি পুণ্যৰ আশ্ৰম,
মৰিলে পুনৰ আহি দুখীয়া দেশতে মোৰ
লওঁ যেন পুনৰ জনম।

# যাত্ৰা

যাৰ গ'ল বেলি সৌ পশ্চিম দিশত
বৈ যায় জীৱনৰ সুঁতি
জেউলত বাজে শুনা পূৰবী ৰাগিণী
আৰতিৰ বন্দনাৰ গীতি।
বৈ আছে নাৱৰীয়া ঘাটৰ পাৰত
এইবাৰ খেৱা হব শেষ,
যি আছে তোমাৰ হেৰা! লোৱা বান্ধি ছাটি
জীৱনৰ শেষ অৱশেষ।
পখী উলটিল চোৱা বাহমুৱা হৈ
বাটকৰা লবে ঘৰলৈ,
পথুলিৰ ভাগৰুৱা গৰু গৰখীয়া
গোহালিৰ কাষ পালেগৈ।
শূইনত জিলিকিল দুটি এটি তৰা
সন্ধিয়াৰ শীতল বাৱত,
পাৰঘাট শুদা হল সকলোটি গল
পৰি ৰ'লা তুমিয়ে ঘাটত!
হোৱা নাই বন্ধাছটা যদিহে তোমাৰ
জীৱনৰ পাৱৰ সমল,
থাক পৰি, তেনে তুমি যোৱা শুদা হাতে
শেষ যাত্ৰা নকৰি বিফল।

# নীলমণি ফুকন

[ বাগ্মীবৰ শ্ৰীযুত নীলমণি ফুকনে ৰাজনৈতিক ক্ষেত্ৰত যশস্যা অৰ্জন কৰিছে। তেখেত দৈনিক 'বাতৰি'ৰ সম্পাদক আছিল। বৰ্ত্তমান তেখেতে সাহিত্যক্ষেত্ৰতো প্ৰসিদ্ধি লভিছে; তেখেতৰ 'জ্যোতিকণা' কবিতাৰ পুথি প্ৰসাদগুণ সমৃদ্ধ। ]

## পৰীক্ষা

ভক্ত প্ৰহ্লাদৰ গভীৰ বিশ্বাস—
'ৰাখে হৰি মাৰে কোনে';
বুকুত পৰ্ব্বত সাগৰ গৰ্ভত
নাজানিলে হৰি বিনে।
সতীৰ মাহাত্ম্য অগ্নিতো প্ৰখৰ
জাহ যোৱা ভয় নাই।
সেইহে অগনি পৰীক্ষাত ভয়
নকৰিলে সীতা আই।
বলিৰ ছলন দাতা কৰ্ণৰ
নোহে কথা উপাখ্যান,
বিশ্বাসৰ সেয়ে জলন্ত প্ৰমাণ,
তাতে জীয়ে সত্যবান।
জীৱন পৰীক্ষা মুহূৰ্ত্তে মুহূৰ্ত্তে হয়,
বিশ্বাসীয়ে বিচলিত কদাপি নহয়॥

## পদ্মধৰ চলিহা

[ 'ফুলনি', 'অমৰ-লীলা', আদি পুথিৰ ৰচক। এখেতৰ ৰচিত ভালেমান আধুনিক গীত সৰৱৰহী হৈছে। তলৰ কবিতাটি 'শৰাই' নামৰ কবিতাৰ পুথিৰ পৰা লোৱা হৈছে। ]

### সপোন

দিঠক-সপোন আৰু জীৱন-মৰণ,
সুখ-দুখ বিচ্ছেদ-মিলন,
উঠন-পতন আৰু জয়-পৰাজয়,
তাকে লই এই বিশ্বখন।
সংসাৰ এখন হেনো অপাৰ সাগৰ,
জীৱনৰ নাও বাই ফুৰোঁ ;
শীতল বতাহ পালে যাওঁ নিৰাপদে,
ধুমুহাই পালে বুৰি মৰোঁ।
সংসাৰ মাথোন এটি ভাৱনাৰ ঘৰ,
নেতা তাৰ সৰ্ব্বশক্তিমান ;
নিজৰ নিজৰ ভাও কৰি এটালেই
দিহাদিহি হওঁ অন্তৰ্দ্ধান।
মানৱী জীৱন হেনো সপোন মাথোন,
নাচ-বাগ হঁহা-কন্দা হয়,
উটো-বুৰো নিতে আমি তাৰ তৰঙ্গতে,
তাতে হয় অস্তিত্বও লয়।
শৰীৰে যেতিয়া লয় শান্তিৰ জিৰণি,
মন হয় মুকলিমুৰীয়া ;

## পদ্মধৰ চলিহা

খেমালি ধুমুলা কৰে মুকলি মনেৰে,
উলাহৰ সীমা নাইকিয়া।
আশাৰ ৰাগিণী এটি স্বপ্নৰ কুঞ্জত
শুনা যায় নিস্ফুট সুৰেৰে,
লাহে লাহে হই যায় সুৰটি সুগুনা
মিলি যায় দিঠক-বায়ুৰে।
হেপাহৰ স্মৃতি এটি টলবল কৰি
উটি ফুৰে স্বপ্ন সাগৰত;
অকস্মাৎ দিঠকৰ ঢৌ লাগি সিও
মাৰ যায় স্বপ্নৰ বুকুত।
মগনীয়া ৰজা হয় স্বপ্নৰ ৰাজ্যত,
ৰজা হয় বাটৰ ভিকহু;
সুখে দুখে মিলি এই সপোন সংসাৰ,
দিঠকৰ চানেকী হুবহু।
পানীৰ ঔটেঙা আৰু আকাশী কুসুম
কত আমি সপোনত সাজোঁ,
আলাসত জলি থকা তৰা জোন বেলি
বেঙা মেলি ঢুকি পাব খোজো।
কেতিয়াবা কেতিয়াবা স্বপ্নৰ ৰাজ্যত
হওঁ নিজে নিজে মণ্ডলতি;
মণ্ডলত পোৱা এনে সপোনৰ বাণী,
হব জানো ৰাক ফলৱতী?

# জোনাকী পৰুৱা

গহীন জোনাক বাতি নিজান বাটেদি
 গৈ আছোঁ অকলে অকলে ;
চৰাই-চিৰিকতি কাৰো মাত-বোল নাই—
 জোনবায়ে হাঁহিছে নিৰলে ;
দূৰৰ পঝাঁৰ পৰা ঢিমিক-ঢামাক্
 দেখোঁ এটি চাকিৰ পোহৰ ;
অকলশৰীয়া প্ৰাণী পৰিছে কোলাত
 জিৰণিৰ চহা জীৱনৰ ।
ৰতাহ এছাটি আহি গছ-লতা পাত
 লৰাইছে ৰিৰ্ ৰিৰ্ কৈ,
গহীন নিটাল ভাঙি কাষৰৰ পানী
 নচাইছে জোনটিক লৈ ।
লগলাগি ৰতাহৰ বন-ফুল-গোন্ধ
 আলাসত ফুৰিছে-চাকিছে ;
নেদেখা নমনাকৈ মোৰ লগতেই
 লুকালুকি কুক-ভা খেলিছে ।
গৈ আছোঁ গৈ আছোঁ লীলাখেলা চাই,
 নাই লগা অকণো আমনি ;
এজাক আগতে মোৰ জোনাকী পৰুৱা,
 জিল্‌মিল্ অকণি অকণি ।
গৈ আছোঁ একে থৰে মাত-বোল নাই,
 মন গল কথা পাতিবৰ ;

সোধোচোঁন ইহঁতকে আঁতিগুৰি বাক,
পাওঁ এটি জানোচা উত্তৰ—
"আকাশত জোনবাই আলধৰা তৰা,
জেউতিয়ে বসুধা জুৰিছে ;
কিনো কৰা তোমালোকে তলত জিলিকি,
জিলিকনি কিয়নো উৰিছে ?"
কাষচাপি ভাবে এটি জোনাকী পৰুৱা
ক'লে আহি মোক লাহেকৈ—
"অকণি যদিও আমি নেথাকোঁ এনেই,
আছোঁ নিতে নিজ কাম লৈ ।
তৰা-জোন, মানুহক যিজনে স্ৰজিলে,
সিজনেই স্ৰজোতা আমাৰো ;
তেওঁৰে আদেশ পালি আকাশে বিমানে
অলপীয়া জেউতি প্ৰচাৰোঁ ।
যদিও নিলগ আমি আকাশৰ পৰা,
আঁতৰঁত তৰাৰ জোনৰ ;
সি সবাৰো গঢ় সেই একোটি সাঁচতে,
তলতীয়া একে নিয়মৰ ।
মানুহৰ দৰে আমি হাই-উৰুমিৰে
আপোনাক বলিয়া নকৰো ;
মিলা-প্ৰীতি বান্ধোনেৰে বান্ধ খাই মাথো
উল্লাহেৰে আনাসত চৰো ।
নিমাত-নিটাল ভাবে মনৰ শান্তিৰে,
নিৰ্বিচাৰি সহায় সাৰথি,

ধুমুহা

জিলিকনি ফেৰি লৈ কৰিছোঁ নিৰলে
প্ৰজোতাৰ মঙ্গল আৰতি।"
অকণি এধানমানি জোনাকী পৰুৱা
উৰি গ'ল কথাকিটি কৈ ;
গলো মই গুণি-গাঁথি তাকেই মনতে,—
তাকে লৈ ঘৰ পালোগৈ।

## ধৰ্ম্মেশ্বৰী দেৱী

[ চিৰৰুগ্না এই লেখিকা গৰাকীৰ 'ফুলৰ শৰাই' খনিৰ উপৰিও মাহেকীয়া আলোচনী আদিত বহুতো কবিতা থানবান হৈ আছে। ভাৱৰ সৰলতাই তেখেতৰ কবিতাৰ বিশিষ্ট্য।]

### ধুমুহা

ঘোৰ এন্ধাৰেৰ ভৰা
নিশা আঁউসীৰ,
নিতাল নিস্তব্ধ সুপ্ত
প্ৰকৃতিও স্থিৰ।
জোনৰ জেউতি নাই
নাই এটি তৰা,
গোটেই আকাশখনি
মেঘেৰেই ভৰা।

আছে মাথো ছুটি এটি
সোণালী জোনাকী,
মাজে মাজে একো বেলি
দিছেহি ভুমুকি।
সুখমগ্ন প্ৰাণী যিটো
যিটো শোক দগ্ধ,
খন্তেকৰ হেতু সিও
আছিল নিস্তব্ধ।

## ধৰ্ম্মেশ্বৰী দেৱী

পথহাৰা প্ৰাণী এটি
গছৰ তলত,
শান্তি আশে শুইছিল
অতি ভাগৱত।
হঠাতে আকাশধ্বনি
উঠিল গৰজি,
কঁপিলে বিটপী লতা
ভীত বন ৰাজি।
কঁপিলে প্ৰকৃতি দেৱী
কঁপিলে জগত,
উঠিল আতঙ্ক এটি
প্ৰাণীৰ প্ৰাণত।
উথলিল মহাসিন্ধু
মেঘনাদ শুনি,
সমৰলৈ সাজু হ'ল
হ'ল প্ৰতিধ্বনি।
সংহাৰ মূৰতি দেখি
জীৱজন্তু সবে,
ধীৰপদে খোৰোঙত
সোমাল নীৰৱে।
চমকি চমকি উঠে
বিদ্যুতৰ বাণ,
আতঙ্কিত প্ৰকৃতি যে
শিহঁৰিলে প্ৰাণ।

ঘূৰ্ণিত নয়নে আহি
দেৱতা পৱন,
কঁপালে মেদিনী আৰু
বন উপবন।
বায়ুৰ লগতে যোগ
দিলে বৃষ্টিপতি
ধৰিলে ভীষণ তেজ
ভীষণ মূৰতি।
শিহঁৰিলে সুপ্তপ্ৰাণী
ভয়ে বিয়াকুল,
ধৰিলে সংহাৰ মূৰ্ত্তি
হাঁহাঁকাৰ ৰোল।
মাতৃয়ে বুকুত ললে
সন্তান সাৰটি
বান্ধিলে বাহুপাশে
যুগল দম্পতী।
মাতৃহাৰা শিশুটিয়ে
আশ্ৰয়ৰ হেতু
চিঞৰি করুণ সুৰে
হ'ল লেতুসেতু।
বুঢ়াই কৰিলে চিন্তা
বিভুৰ চৰণ,
ৰক্ষা কৰা ৰক্ষা কৰা
শ্ৰীমধুসূদন।

ধুমুহা

কত যে উঠিল ৰোল
  হাই হাঁহাকাৰ,
ভীষণ মূৰ্ত্তিয়ে কত
  কৰিলে সংহাৰ।
কত গছলতা গ'ল
  কত তৰু তৃণ,
কত ক্ষুদ্ৰজীৱ হ'ল
  অনন্তত লীণ।
কতফুল, ফুলপাত
  পৰিল স্খলকি,
নকৰিলে দয়া লেশ
  নেচালে উলটি।
কত দুখীয়াৰ পঁজা
  হ'ল চূৰ্ণাকৃত,
উঠিল শোকৰ ৰোল
  বিয়াকুল চিত।

সম্বৰা সম্বৰা দেৱ
  সংহাৰ মুৰতি,
কত যে বিনাশ হ'ল
  কত লাটিঘাটি।
তেজোময় ৰুদ্ৰৰূপ
  কৰা সম্বৰণ।
প্ৰলয়ৰ মহাৰোলে
  আতঙ্ক জীৱন।
ধুনীয়া প্ৰকৃতিদেৱী
  পৰিলেহি শেঁতা—
চিনিব নোৱাৰা হ'ল
  লাহৰ সেঁওতা।
তিতা তিয়নীয়ে আই
  জুকলি জুপুৰি,
আউলি বাউলি হ'ল
  ক'লা চুলিটাৰি।

## উমেশচন্দ্ৰ চৌধাৰী

[ এখেত আইন ব্যৱসায়ী আৰু এজন দেশকৰ্ম্মী। তেখেতৰ ৰচিত ভালেমান জাতীয় গীতে বিশেষভাৱে সমাদৰ লভিছে। লেখকৰ 'প্ৰতিধ্বনি' নামৰ পুথিত প্ৰায়বোৰ জাতীয় গীতকে ঠাই দিয়া হৈছে। ]

# চেনেহী মোৰ মাতৃভাষা

চেনেহী মোৰ মাতৃভাষা ।
তুমি যে মোৰ বুকৰ বাণী
তুমি যে মোৰ লীলাময়ী,
তুমি মোহ স্বপ্নবাণী ।

বিলালা মোক ইমান বেথা,
শিকালা মোক ইমান কথা
উল্লাসে উপচি পৰে
কি আনন্দ আকুলতা ।

—নধৰে মোৰ হৃদয়ত
জৰি পৰে চকুৰ পানী ।
তুমি যে মোৰ দীপ্তিহীনা
অযত্ন মলিনা দীনা ;—

কিহেৰে আই পূজোঁ, মোৰ
—সম্বল মাথো জীৰ্ণ বীণা
তুমি যে মোৰ স্বৰময়ী
প্ৰেমপূত মন্দাকিনী !

# অম্বিকাগিৰি ৰায়চৌধুৰী

[দেশপ্ৰাণ ৰায়চৌধুৰীদেৱ উচ্চ শ্ৰেণীৰ কবি। 'তুমি' আৰু 'বীণা''ৰ বাহিৰেও 'চেতনাত' থকা গীতবোৰে তেখেতৰ দেশপ্ৰেমৰ গভীৰতা আৰু কবি হিচাপে শ্ৰেষ্ঠত্বৰ চিনাকি দিয়ে। কবিভাৱৰ ছবিময় প্ৰকাশ তেখেতৰ কবিতাৰ বৈশিষ্ট্য।]

## গীত

(১)

এইতো নহয় হাঁহি তামাচাৰ ভাগৰ জুৰোৱা গান—
ইযে জীৱন মৰণ একাকাৰ কৰা অগ্নি বীণাৰ তান।
ই যে শত অপমান লাঞ্ছনা হানি উজৰা অসীম তাপ,
ই যে রুদ্ধ আত্ম-শকতি নিজৰি ওলোৱা অনল ভাপ।
ই যে সুধাৰ কাৰণে দেৱ দানৱৰ সিন্ধু-মথন গান,
ই যে মৃত্যুঞ্জয় পদৰ কাৰণে মহা হলাহল পান।
ই যে মাতৃ-চৰণ পূজাৰ কাৰণে মুক্ত উদাৰ দান,
ই যে ভাই ভাই সৱে একেটি কথাতে এক হৈ যোৱা প্ৰাণ।
ই যে হীনতা-নীচতা ভীৰুতা-দীনতা জোকাৰি পেলোৱা ভাব,
ই যে এক ৰূপে ৰসে, এক ৰঙে চঙে এক কৰি দিয়া চাব।
ই যে মহা মানৱতা মূৰ্চ্ছিত হোৱা অতি ঘোৰ অপমান,
ই যে উৎপীড়নৰ ঘৃণিত গৰ্ব্ব গুৰি কৰা অভিমান।
ই যে সুপ্ত জীৱন-চকোৱা জগোৱা গুৰু গম্ভীৰ তান,
ই যে মানৱৰ অধিকাৰ হেতু কৰা শৃঙ্খল অভিযান।
ই যে নৰ-নাৰায়ণ লাঞ্ছিত হোৱা ভয়াৱহ ইতিহাস,
ই যে জীৱনৰ হকে মৰিবৰ হেতু প্ৰাণভৰা অভিলাষ।

**অম্বিকাগিৰি ৰায়চৌধুৰী**

ই যে মুক্ত জীৱন বন্ধন কৰা কঠোৰ বেথান হান,
ই যে মানুহৰ অৱমাননাকাৰীক মৰ্দ্দিত কৰা ধ্যান।
ই যে শত আঘাতৰ ৰক্ত ধুওৱা শ্ৰাৱণৰ মহাবান।
ই যে মাতৃ আদেশ সন্তান প্ৰাণ দিবলৈকে বলিদান।

## গীত

### (২)

ভাই, দিনতো সমূলি নাই—
অত কাল গ'ল ভাবোঁতে ভাবোঁতে ফল দেখোঁ একো নাই।
সৌৱা যে শুনিছা মহা কলৰৱ ধ্বনিত গিৰি-বন
উন্নত-শিৰ বীৰদল-দাপে কম্পিত ত্ৰিভুৱন,
কত উঠি পৰে, কত পৰি মৰে, কত মৰি জীয়ে ভাই,
তথাপিতো চোৱা ভয় সংশয়, ক্লান্তি কাতৰ নাই।
জীয়া-মৰা সৈ কিয় বিচিত্ৰ ইমান খেমালি ভাই,
বুজা নাই নেকি, কিম্বা বুজিও গুণি পাৰ পোৱা নাই।
মহাজীৱনৰ জীৱন-মন্ত্ৰ শঙ্খ উঠিছে গাই,
আৰু কি জীৱন পাৰে থিৰে ৰব জীৱনৰ মান থাই।
মহা মানৱৰ মূৰ্ত্ত দেৱতা সজাগি উঠিছে ধীৰ,
মৃত্যুৰ সুধা-ভাণ্ড হাতত, মাতিছে মাতিছে বীৰ,
নাই একো ভয়, নাই একো ভয়, নাই একো ভয় নাই,
মৰ্দ্দি সকলো বিধি-বাধা, বলা বীৰদৰ্পে অগুৱাই।
মৃত্যুৰ বেচ যাচি পাবা যদি সি সুধা কৰিবা পান,
তেহে পাবা মহা পূৰ্ণ জীৱন, তেহে পাবা পৰিত্ৰাণ,

তেহে পাবা মান, তেহে পাবা প্ৰাণ, মৃত্যু কৰিবা জয়,
মহা জীৱনৰ বিদ্যুৎ-খেলা ছলিব জীৱনময় ।
এনে হীন হৈ তেতিয়া তোমাৰ নালাগে থাকিব ভাই,
যত উৎপীড়ন, যত অত্যাচাৰ দেখিবা সমূলি নাই ।

## ডিম্বেশ্বৰ নেওগ

[ এখেতে 'ইন্দ্ৰধনু', 'মালিকা', 'মালতী" আদি কেবাখনো কবিতা পুথি লিখিছে । গদ্য পদ্য দুয়োতে হাত আছে যদিও ইন্দ্ৰধনুৰ কবি হিছাপেই এখেত বিশেষ পৰিচিত । 'মোৰ গাওঁ' ইন্দ্ৰধনুৰ পৰাই লোৱা হৈছে । ]

### মোৰ গাওঁ

আজি এই যৌৱনৰ শেৱালি বনত পৰি
সুশীতল শেতেলিখনিত,
বনৰ ছাঁয়াৰ দৰে কতস্মৃতি আহে যায়
মনৰ মাজত মোৰ—
কত অশ্ৰু-আনন্দজনিত !

কমাৰফদীয়া ! এই সৰু গাওঁখনি মোৰ,
ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ ভাণ্ডৰণ ;
ইয়াতে শৈশৱলীলা, ইয়াতে এদিন মোৰ
কোনোবা শৰত ৰাতি—
যৌৱনৰ ধীৰ জাগৰণ ।

# ডিম্বেশ্বৰ নেওগ

দুটি চকু মেলিয়েই ইয়াতে পোনতে দেখোঁ
বিনন্দীয়া সৃষ্টিৰ পোহৰ,
ইয়াতে পোনতে ভাগে আবেগৰ সুৰ মোৰ—
মোৰ আই, বাই, ভনী
সকলোটি কোন হেঁপাহৰ !

লগৰ লগৰী স'তে ইয়াতেই পোনতেই
হইছিল হিয়া দিয়া-দিই,
বুকুৰ ৰঙহে স'তে ডিঙিত সাৰটি ধৰি
হায়, কত চেনেহেৰে—
হইছিল কথা কোৱাকুই !

পুহৰ জাৰত থই গাৰ ছকঠীয়াখনি
মেজি-খৰি গোটালো কতনা ;
পথাৰে পথাৰে লবি গৰু-খুঁজ চাই চাই
কত ৰঙ লভিছিলো—
নাই আৰু আজি সেই দিনা !

সৰু গাওঁখনি ! তোক কত ভাল পাইছিলো !
ভাল পাওঁ আজি শতবাৰ ;
মোৰ জন্ম-জন্মান্তৰ, কত স্মৃতি আজিও যে
কত যে যতন কৰি—
আছ লই, যেন আপোনাৰ !

# মোৰ গাওঁ

সেই যে অযুত কথা, মোৰ হৃদি-শোণিতেৰে
ধুই ধুই নতুন নিতউ,
নতুন সি জোন-বেলি, নতুন সি গছ লতা,
সেই সকলোকে লই—
ন মোৰ শৈশৱ আকউ !

গহীন দিখউ নই আজিও বইছে ধীৰে,—
কত দিন গইছে উকলি !
মোৰ কত লগৰীৰ চিতাৰ জুইৰে হাঁয়
এদিন ইয়াৰ পাৰ—
হই গ'ল ধূৱলিকুৱলী !!

সেই গাঁও, সেই দিন, গ'ল আজি সকলোটি
একেলগে সকলো হেৰাল ;
আগৰ সকলো আছে, তথাপিও কিবা যেন
কাঁহ পৰি ম্লান যোৱা—
সকলোটি নিমাত নিতাল !

ভাবনা সবাহ পাতি ডেকা-লৰা সকলোটি
জুমে জুমে সুফুৰে বাটত,
চাপিলে বিহুৰ কাষ গাঁৱৰ গাভৰু-ডেকা
নহয় পুনৰ কিয়
মতলীয়া ঢোলৰ মাতত !

## ভিৰেশৰ নেওঁগ

বিশ্বৰ সৌন্দৰ্য্য খনি ! জন্মভূমি তই মাথোঁ
এচমকা ব্ৰহ্মাণ্ডৰ হিয়া ;
ওলায় চকুলো মোৰ, দেখিলে আগত তোৰ
বুকুৰ সৌৰভ হতে
কাল আহি কাঢ়ি লৈ যোৱা ।

আগৰ নিচিনাকই গঞাৰ মাজত আৰু
নাই সেই বান্ধ সমাজৰ,
মিলা-প্ৰীতি-একতাৰ জঁকা মাত্ৰ অৱশেষ—
কূৰ্চ্চূত কপট মাথোঁ
সকলোৰে বজা হৃদয়ৰ ।

জাতীয় উছৱ আদি কোনো বঙ-ধেমালিতে
নাই প্ৰাণ আগৰ সিদৰে,
ধনকে মাথোন চিনি মৰম নিচিনা হল,
ধনেই কেৱল হ'ল
দয়া-স্নেহ মূলতে সবাৰে ।

তাৰ লগে লগে হায় দ্ৰাবিদ্ৰ্যাই বিদ্ধিছেহি—
খাবলই বছৰ জোৰাই
নাটে দেখি, লাহে লাহে এঘৰ-দুঘৰ কই
উঠি গই গঞালোক
ফুৰিছেগে' অনাই-বনাই ।

## মোৰ গাওঁ

হয়তো দুদিন পাছে এই গাওঁ, এই বাৰী
শুচি হ'ব নতুন পাতনি ;
তেতিয়া, তেতিয়া মোৰ এই গাওঁ, এই স্বপ্ন
হ'বনেকি সচাঁকৈয়ে
সকলোটি এখানি-এবানি !

চেনেহৰ গাওঁ মোৰ ! যদি দুদিনীয়া হই
বহুদিন আছোঁ প্ৰবসুৱা,
ব্ৰহ্মাণ্ডত চালি-জাৰি ক'তো হ'লে পোৱা নাই
এদিনৰ কাৰণেও
সবলতা আজি তেনেকুৱা ।

জগতৰ চাৰিফালে উন্নতিৰ উঠি ঢউ
দিছে আহি যিমান ধুৱাই,
সিমানে আঁতৰি যায় এই হেঁপাহৰ ধন !—
কোনে পুনু আনি তাক
দিব মোক ওচৰ চপাই ?

'আই' বুলি, 'ভাই' বুলি 'ককাই', 'দেউতা' বুলি
সকলোৰে ডিঙিত ওলমি,
যিবা সবলতা শিক্ষা কৰিছিলো তাহানিয়ে,
তোৰ বুকুৰেই বান্ধ—
সৰগৰ মৰমত পমি ;

সেই শিক্ষা আদি মোৰ, সেই শিক্ষাতেই শেষ,
সেই শিক্ষা সৱাবে শিৰত ;
সভ্যতাৰ মুখা পিন্ধি মানুহক ভুৱা দিয়া
জগতৰ মিছা শিক্ষা
থক তাৰ চৰণ তলত !

আৰু এশবাৰ ক'ম, এশবাৰ পাম ভাল
তোক মোৰ চেনেহৰ গাওঁ !
জনমে জনমে মোৰ তোৰ সৰলতা সানি
দে এই হুচকুত,
জগতক প্ৰাণভৰি চাওঁ।

## অতুলচন্দ্ৰ হাজৰিকা

[ 'কণৌজকুঁৱৰী', 'নৰকাসুৰ', 'কুৰুক্ষেত্ৰ', 'বেউলা', আদি নাটকৰ লেখক হিচাপে বিশেষ পৰিচিত হলেও 'দীপালী', 'মণিমালা', 'মুকুতামালা', 'পাঞ্চজন্য' আদি কেবাখনি কবিতাপুথিৰো এখেত ৰচক । ]

## সোণৰ হৰিণা

কোন তুমি ব্ৰহ্মচাৰী ঋষিৰ কুমাৰ ধনুৰ্ব্বাণধাৰী ?
দিনে ৰাতি অৰণ্যৰ পৰ্ণকুটিৰত জাগ্ৰত প্ৰহৰী ?
সুশোভিতা পঞ্চৱটী হ'ল ভাগ্যৱতী পদৰজ লই,
চৰণ ধুৱাই যাৰ কুলু গীতি গায় গোদাবৰী নই।
দেখি যাৰ ব্ৰহ্মতেজ ক্ষত্ৰিয় শকতি হই কম্পমান,
সিংহ বাঘ বনচৰ আছে যতমান সশঙ্কিত প্ৰাণ !

# সোণৰ হৰিণা

যক্ষ ৰক্ষ দণ্ডকৰ দুৰ্দ্দান্ত যিমান — কৰিছা শাসন,
চিনিছোঁ চিনিছোঁ দেৱ, ৰাজপুত্ৰ তুমি, — দেৱতা লক্ষ্মণ।
অযোধ্যাৰ পিতৃভক্ত শ্ৰীৰামচন্দ্ৰই — ত্যজি সিংহাসন
বাকলি বসন পিন্ধি ওলাল যিদিনা — লভি শুভক্ষণ,
তুমিও ওলালা দেৱ, ৰামৰ সেৱাতে — উচৰ্গি জীৱন
জয় ৰাম-সীতা বুলি দিলা দলিয়াই — ৰত্ন আভৰণ।
দেৱ দেৱী দুজনাৰে যুগল চৰণ — ভাবি লক্ষ্য-তৰা
এক ধ্যানে এক প্ৰাণে পূজিছা নিতউ — সিদিনাৰে পৰা।
মাটিত বাগৰি ৰল উৰ্ম্মিলা তোমাৰ — গুণৱন্তী সতী—
কিনো স'তে পাষাণেৰে বান্ধিলা হৃদয় — নাচালা উলটি।
বোধনৰ শঙ্খধ্বনি হোৱাৰ পিছতে — বিয়াৰ ঘৰত
বিজয়াৰ হাঁহাকাৰ অতি আচম্বিতে — বাজিল প্ৰাণত।
যৌৱনৰ দেৱতাই অলক্ষিতে চাই — দিলে অভিশাপ—
আধাফুলা ফুলপাহি কৰি অনাদৰ — পাবা মনস্তাপ।
উৰ্ম্মিলাৰ উৰ্ম্মিমালা ৰুদ্ধ হৃদয়ৰ — কোনে কৰে বোধ,
বিধাতাই নিজহাতে নিৰ্ম্মম লক্ষ্মণ! — লব প্ৰতিশোধ।
অনাহাৰে অনিদ্ৰাই কত বৰ্ষ ধৰি — ৰাখি আছা যাক
পাৰিবানে এইদৰে ৰাখিব সদায় — ৰামৰ সীতাক?
মিচিকীয়া হাঁহি মাৰি সউ নিয়তিয়ে — কৰিছে ৰচনা,
উপেক্ষিতা উৰ্ম্মিলাৰ লই অশ্ৰুধাৰ — সোণৰ হৰিণা।
জীৱনৰ এটি মাথো ভুলৰ নিমিত্তে — পাবা প্ৰতিফল,
অত যত্ন, অত চেষ্টা, অত পৰিশ্ৰম — সকলো বিফল।
তাৰেই নিমিত্তে মাথো কান্দিব ৰাঘৱে — কান্দিব সীতাই,
শক্তিশেল লই সউ ৰাক্ষস ৰাৱণে — আছে বাট চাই।

## বিনন্দচন্দ্ৰ বৰুৱা

[ অসম বুৰঞ্জীৰ ঘটনা লৈ এখেতে দেশপ্ৰেম উদ্দীপক বহুতো কবিতা লিখিছে। এখেতৰ কবিতাত বিষয়-বস্তু আৰু ছন্দৰ অপূৰ্ব্ব মিল ঘটিছে। লেখকৰ প্ৰায়বোৰ কবিতা 'শঙ্খধ্বনি' নামৰ আৰু 'প্ৰতিধ্বনি' নামৰ পুথিত সন্নিবিষ্ট কৰা আছে। ]

### ভাৰতবৰ্ষ

কোন অনাদিৰ আদিত যিদিন বিদাৰি সুনীল সিন্ধু বক্ষ,
উঠিল জননী পতিতপাৱনী হৰষিত কৰি দেৱতা লক্ষ!
কত তপস্যাৰ মূৰত স্ৰষ্টা স্ৰজিলে জননী ভাৰতবৰ্ষ,
ইকি অপৰূপ? শুভ্ৰ শিৰেৰে সুনীল গগন কৰিলে স্পৰ্শ।
নিজেই সৰজি নিজে আচৰিত বিধাতাই দেখি মহান সৃষ্টি,
সন্তোষ দেৱ অমৃত নেত্ৰে জননী বয়ান কৰিলে দৃষ্টি।
সুজলা সুফলা শস্য শ্যামলা সেয়েহে জননী ভাৰতবৰ্ষ,
নিজ মহিমাৰ গুণ গৰিমাৰে কোটি মানৱৰ বিধানে হৰ্ষ!
চৰণত বাজে সুনীল সিন্ধু, বক্ষ শ্যামল শস্যে ভৰা,
শুভ্ৰ-কিৰীটি হিমাদ্ৰি চূড়াৰ ওপৰত নীলা চন্দোৱা তৰা।
উদাৰ বক্ষ শোভিছে লক্ষ দেৱতা দানৱ অসুৰ নৰ,
নাই ভেদাভেদ মহামিলনৰ পাহৰে ইয়াতে আপোন পৰ।
ব্ৰহ্মপুত্ৰ গঙ্গা যমুনা শোভিছে সিন্ধু কণ্ঠহাৰ,
দেৱবাঞ্ছিত বঙ্গভূমিত উজলি শতেক ফটিকধাৰ।
দক্ষিণে ৰাখে অপাৰ সিন্ধু উত্তৰে গিৰি হিম অচল—
ৰাখিছে লঙ্ঘি আকাশ মাৰ্গ বিশাল দেহৰ প্ৰকাশি বল।

# ভাৰতবৰ্ষ

মধু বসন্তৰ মধুৰ চাৱন শান্ত সুৱদি শাৰদী সুখ,
দুয়োয়ে মধুৰ, সুমধুৰ ৰূপে হৰে জগতৰ দৈন্যদুখ।
নৱ সূৰুষৰ প্ৰথম কিৰণে সাৱটে শুৱনি লাৱণি কায়;
মলয়া বতাহে বৈ ধীৰে ধীৰে ধীৰে ফল, ফুল, লতা পৰশি যায়।
দিনত বেলিৰ সোণালী কিৰণ ৰাতি চন্দ্ৰমাৰ ৰূপালী আভা—
জেউতি চৰাই দিয়ে সৌৱৰাই বিধি বিধাতাৰ বিমল প্ৰভা।
কত শতাব্দীৰ কোটি কোটি নৰে স্বৰ্গতো শ্ৰেষ্ঠ জননী বুলি,
বন্দিলে আই হিয়াৰ ছন্দে উদাৰ ভাৱেৰে দুহাত তুলি।
বুকুত জ্বলাই জ্ঞানৰ শলিতা আদিম মানৱে যেতিয়া চালে,
প্ৰথমে তোমাতে বিধাতাৰ থিতি জড় চেতনত বিচাৰি পালে।
সিন্ধু নদীৰ পাৰত সিদিন জ্ঞানৰ বিন্দু বুকুত বান্ধি,
আচৰিত হৈ প্ৰথমে মানৱে অন্ত নেপাই পেলালে কান্দি।
সেই কান্দোনৰ আকুল কঁপাহে ব্যাকুল কৰিলে ভাৰতবাসী,
জ্ঞান-পোহৰৰ সফুঁৰা ফুটিল অজ্ঞান আন্ধাৰ বিপদ নাশি।
ব্যাপিলে ধৰণী জয় জয় ৰৱে আমোল-মোলাই গন্ধ জ্ঞান,
আন্ধাৰ জগত উজলি উঠিল সঞ্চাৰি জীৱত নতুন প্ৰাণ।
জন্ম-মৃত্যু গোপন তথ্য সেই পোহৰত উদ্ভাসি,
উঠিলে চমক লগাই বিশ্ব নতুন ভাৱত উল্লাসি!
প্ৰচাৰি কৰ্ম্ম মহানমন্ত্ৰ দেখালে জগত কৰ্ম্মময়,
কৰ্ম্ম সত্য ব্যাপিলে ধৰাত ঘোষিলে "জননী ভাৰত জয়"।
আকাশ লঙ্ঘি অহিংসামন্ত্ৰ কৰিলে প্ৰচাৰ তিয়াগী বুদ্ধ,
ত্যাগ অৱতাৰ গুৰু গৌতমৰ ললে ধৰাধামে শিক্ষা শুদ্ধ।
এই ভাৰতৰ উদাৰ কোলাত কত যে মানৱে লভিলে শান্তি,
মাতৃবুকুত ভ্ৰাতৃৰ দৰে অচিনেও মিলি নাশিলে ক্লান্তি।

আৰব ভূমিৰ মহাপুৰুষৰ দীক্ষিতজন বিজয়ী বিশ্ব,
ক্ষমা অৱতাৰ প্ৰেমিক গুৰুৰ শত সহস্ৰ উদাৰ শিষ্য।
সবাৰে মিলন মন্দিৰপূত ভাৰত জননী শতেক ধন্য;
নিজ মহিমাৰে প্ৰকাশে নিজক বসুধাৰ প্ৰিয় তীৰ্থপুণ্য।
বিশ্ব বিয়াপি মিলন গৰিমা উঠে ভাৰতৰ গগন ভেদি,
আহিছে লক্ষ পুত্ৰ ধৰাৰ স্বাৰ্থ-জড়িত সংশয় ছেদি।
ভ্ৰাতৃভাৰত হিংসা তিয়াগি ক্ষমাৰ মন্ত্ৰে বিনাশি ভয়,
কৰ্ম্মপথত মিলিত যাত্ৰী ঘোষিছে "জননী ভাৰত জয়"।

## গণেশ গগৈ

[ নাট্যকাৰ, কবি আৰু অভিনেতা ৺গগৈদেৱৰ ঘৰ যোৰহাটৰ তৰাজান নামে ঠাইত। এখেতৰ অকালতে মৃত্যু ঘটে ( ইং ১৯১০—১৯৩৮ চন )। "শকুনিৰ প্ৰতিশোধ", "কাশ্মিৰ কুমাৰী" আদি নাট লিখাৰ উপৰিও "স্বপ্নভঙ্গ" আৰু "পাপৰি" নামৰ কবিতাৰ পুথি লিখি এখেত কম বয়সতে সৰবৰহী হৈ উঠিছিল। এখেতৰ 'লাচিত,' "জেৰেঙাৰ সতী", "দক্ষ যজ্ঞ" "সীতাৰ বনবাস" আদি গ্ৰামোফোনত দিয়া নাটিকাবোৰ বৰ মনোগ্ৰাহী। ]

## নাৱৰীয়া

অমানিশা নাৱৰীয়া নইৰ পাৰত বহি
লেখোঁতে অলেখ তৰা তথা লাগি চাই,
জান জানো কেতিয়াবা লুইতৰ বুকুভেদি
কত ঢউ খলকনি আহি যাৰ যায়?

## নাৱৰীয়া

পূৰ্বেৰুণে দিয়ে দেখা　　　শেষ হয় তৰা লেখা
নাৱৰ টিঙত বহি নাও মেলি দিয় ;
এছাটি কলীয়া মেঘে　　　ছাটিলে আকাশ খনি
কিয় তোৰ নাৱৰীয়া, বুকু কঁপে কিয় ?

মনত তেতিয়া তোৰ　　　নপৰে কালিৰ কথা
নপৰে মনত আক নাচোন তৰাৰ,
সোণালী দীপালী সজা　　　একেখনি আকাশত
একেই চকুৰে দেখি ছবি ধুমুহাৰ ।

গুচি গলে ধুমুহাৰ　　　বলিয়া বতাহ আহি
মাৰ গলে আপদীয়া ঢউ লুইতৰ,
পাল তৰি নাও তোৰ　　　তয়ে যাব ভটিয়াই
গৰখীয়া-গীত গাই লৰালি কালৰ !

নাৱৰীয়া তোৰ দৰে　　　ময়ো ভোল গইছিলো
দেখি দেখি আকাশত ৰাতি ফুলা ফুল ;
লুইতৰ সোঁতে সোঁতে　　　ময়ো উটি ফুৰিছিলো
চাই চাই সন্ধিয়া সোণোৱালি বোল !

ময়ো চক খাইছিলো　　　মেঘৰ গাজনি শুনি
মোৰো বুকু কঁপিছিল বিজুলী-ছাটিত ;
মিলনৰ মউকোঁহ　　　ময়ো চুহি, নাৱৰীয়া
টুকিছিলো চকুপানী বিৰহী-পাটিত !

নেপালোতে ক'তো লগ স্মৃথৰ দিনত মোৰ
উলাহে নধৰা কৰো কুমলীয়া হিয়া,
নেদেখিলো নাৱৰীয়া, মোৰ চকু-পানী চাই
কাঢ়িলে যি এটি বাবো এটি হুমুনীয়া ! —

আদিহীন অনন্তত দে তোৰ নাও মেলি
বিশাল বিশ্বত তই অকলশৰীয়া,
পুবাৰ শীতল বা— আজি আছে আজি যায়—
স্মুখে দুখে তয়ে মাপোঁ, তোৰে লগৰীয়া ।

# পৰিশিষ্ট

[ পুৰণি অংশৰ গে টাচেবেক অপ্ৰচলিত শব্দৰ অৰ্থ আৰু প্ৰাসঙ্গিক আখ্যানৰ আভাস ওপৰঞ্চি টোকা হিচাপে তলত দিয়া হ'ল। শব্দাৰ্থত পা=পাঠান্তৰ। তু/ক=তুলনা কৰা। হিং=হিন্দী।]

## শব্দাৰ্থ অংশ

### ৰামৰ ওচৰৰ পৰা ভৰতৰ বিদায়

গ্ৰহ=আগ্ৰহ। পা. গ্ৰহ অৰ্থাৎ গৌৰৱ। নিষ্ঠ=নিশ্চয়।

ছন্ন নতো হে'বে=ছন্ন নৌ হয়; উছন্ন নহয়।

তাৱত=তেতিয়ালৈকে, তেনেকুৱা বা তেনেকুৱাকৈ। তু/ক"যাবৎচন্দ্ৰাৱলী তাৱৎ কুটিয়া"

সঞ্জাত=সঞ্জা॰, বিশ্বাস, পতিয়ন। পৰীক্ষিত=পৰীক্ষা কৰিবলৈ।

নজান চৰিত=পা.নজানস চিত্ত। বোল=বাক্য।

পাৰন্তে কি····· সয়, পা.পাৰন্তে কি জীয়ন্তো পৰাণী কি নসয়।

পানৈ=খৰম, পাদুকা। উপানহ্ (সংস্কৃত)

ডাট=ডাঠ। নট=ভাৱৰীয়া।

ভাট=স্তাৱক, স্তুতি পাঠ কৰোতা।

ছিৰি=শ্ৰী, সৌন্দৰ্য্য। পা.চাৰি অৰ্থাৎ ত্যাগ কৰি।

সঙ্কলি=বিনাশ কৰি। তু/ক "একপাত শৰে বালী সঙ্কলিলা জীৱ" (কীৰ্ত্তন)

ছন্নি=বিয়পি। তু/ক ছানি। বাৱে=বতাহে।

মৎস্যৰঙ্গ=মাছৰোকা চৰাই। বাসহৰ=বাসঘৰ। তু/ক বাহৰ।

কুঞ্জৰ=হাতী।

"হেন বুলি গৈলন্ত···কন্দৰ"॥ পা "শোকানলে ভৈল যেন জল সাগৰৰ। তাতে খেদিলেক যেন কুঞ্জৰ কন্দৰ॥"

তাতে=তালৈ।

পৰিশিষ্ট

# কুণ্ডিন নগৰৰ বৰ্ণনা

ভটিমা=স্তুতি। কষটি=সোণ পৰীক্ষা কৰা এবিধ পাথৰ; কষ্টি পাথৰ।

কাম্থিক=কাথি, পিৰালি।

পট=চিত্ৰ।

ভট=ভট্ট শব্দৰ অপভ্ৰংশ; কেতিয়াবা ভাট লিখা যায়; অৰ্থ স্তাৱক।

প্ৰকটি=প্ৰকাশ কৰি, দেখুৱাই।

হাথি=ঘৰৰ শাৰী।

বাৰ=বেৰ

কুদ্ৰাক্ষ=খিৰিকী।

ৰণিয়া লোক=বেপাৰী।

জুনা=শুকান নাৰিকল।

খেৰি=খেলা। তু/ক "ভণ্টা খেৰি খেলান্তে হাতৰ পৰা উৰি।
গৈল গুটি পাচে কতো দূৰক উফৰি॥" (কীৰ্ত্তন)

চৱাল=লৰা। তু/ক "পৰশুই কথা কহা কালিৰ চৱাল"—ভীমচৰিত।

থাটথৰি=থটথটি।

কঞ্চ=কৰ্চ্চন চৰাই।

উভঞ্জি=উঘালি।

ৰলাই=ঘূৰাই।

গিড়ত=শব্দত, আন্দোলনত।

ৰাহুত=ঘোঁৰা চলাওঁতা অশ্বাৰোহী, তু/ক মাহুত।

বাদ্যভাণ্ড=বাজনা।

চিহ্ন চৌড়াদণ্ড=বঞ্জিত পতাকা।

কটক=সৈন্য।

হুসি=চিঞৰ। তু/ক হুহি।

দুৰ্ব্বাক্ষত=দুৰ্ব্বা+অক্ষত।

ঝোকাৰ=জোকাৰ, উৰুলি।

গলাৰৱ=কণ্ঠস্বৰ, শব্দ।

## বড় গীত

(১)

বাৱত=বায়।

মুৰুৰী=মুৰলী, বাঁহী।

কানু=কৃষ্ণ।

থিক=আছে, থাকে।

বহু=বয়।

ঐচন=এনে।

পূবে=বতাহেৰে পূব কৰি দিয়ে অৰ্থাৎ বজায়।

গোবিন্দক=গোবিন্দৰ।

(২)

আৱৰ=আউৰ, অন্য। বিঁকল=চঞ্চল।

চূৰ=চূৰ্ণ।

(৩)

চঞ্চৰ=চঞ্চল। বয়ন=বয়ান, মুখ।

চান্দ=চন্দ্ৰ। উজোৰ=উজ্জ্বল।

পেখি=দেখি। সুহাই=শোভা কৰে।

পাই=পাৰত।

(৪)

তেৰি=তোমাৰ। ফাৰিয়া=ফালি, ভেদ কৰি।

তুৱা=তোমাৰ। বাথান=গৰু ম'হৰ খুটি।

সুৰভী=গাইগৰু। সকাল=ৰাতিপুৱা।

ৰাখোৱাল=গৰখীয়া।

## শ্ৰীকৃষ্ণৰ প্ৰবোধ বচন আৰু পাণ্ডৱৰ কাম্যক বন ত্যাগ

আৱে=এতিয়া তু/ক আভি (হিং)

অশাশ্বত=অস্থায়ী। ভূতপ্ৰাণী—জীৱজন্তু।

## শিশুপালৰ প্ৰতি কৃষ্ণৰ কটূক্তি

কদৰ্থনা=নিন্দা, কুকৰ্থনা। এভো=এতিয়াও।

লপস=উপলুঙা কৰি গালি শপনি পাৰা।

অন্তৰি=গুচাই। বৈলক্ষ=বৈলক্ষণ, লাজ।

জন্দৰ কঠিয়াতলী=কাজিয়াৰ মূল। মুকুটি=মুঠি।

খৰিয়াল=নিলাজ। তু/ক ধৈয়াল। ডকাৱে=খেদি নিয়ে।

## শিশুলীলা

বৰ্ত্তুল=ঘূৰণীয়া, তু/ক বাটলু গুটি।
নন্দজায়া=যশোদা।
নিহাল=ডাং।
কপাট=দুৱাৰ।
বলাই=বলোভদ্ৰ।
বায়ো=মেল।
বেক্তে=মুখ।
জ্যোতিস্তেজ=তৰা, নক্ষত্ৰ আদি।
দঢ়ায়=দৃঢ় কৰি।
অহম্মম=অহঙ্কাৰ।

## গীতা

শ্যালক=খুলশালি।
তভো=তথাপি।

## আখ্যান অংশ

গুহ—'গুহক' হব লাগে। তেওঁ পূৰ্ব্বে এজন উগ্ৰতপা ঋষি আছিল, পিচে ভগীৰথে গঙ্গা অনা সময়ত ব্ৰাহ্মণ বুলি গৰ্ব্ব কৰি গঙ্গাস্নান নকৰাত গঙ্গাদেৱীয়ে তেওঁক "গুহ নামে হবি তই ৰাজা চণ্ডালৰ" বুলি শাপ দিলে। ঋষিয়ে সান্ত্বনয়ে স্তুতি কৰাত দেৱীয়ে কলে যে এশ জন্ম ভক্তি কৰাৰ পিচত শ্ৰীৰামচন্দ্ৰ দৰ্শনত তেওঁ মুক্তি লাভ কৰিব পাৰিব। পিতৃ আজ্ঞা পালি ৰামে বনবাসত ফুৰোতে, গুহক চণ্ডালৰ আতিথ্য গ্ৰহণ কৰিছিল। গুহকৰ নগৰৰ নাম আছিল "শৃঙ্গবেৰ পুৰ।"

চিন্তা—শ্ৰীবৎস—অযোধ্যাৰ (প্ৰাগ্‌দেশৰ) ৰজা চিত্ৰৰথৰ পুত্ৰ শ্ৰীবৎস। তেওঁৰ পত্নী চিন্তা। লক্ষ্মী শনিৰ কাজিয়াত সোণ-ৰূপৰ সিংহাসনৰ দ্বাৰা লক্ষ্মীৰ শ্ৰেষ্ঠত্ব প্ৰমাণ কৰাত ৰজা শ্ৰীবৎসৰ প্ৰতি শনি ক্ৰোধান্বিত হয়। তাৰ ফলতেই তেওঁ ১২ বছৰ বনবাস খাটিব লগাত পৰে। তাতেই নল-দময়ন্তীক কলিয়ে কষ্ট দিয়াৰ দৰে শনিয়ে

শ্ৰীবৎসক অনাহাৰে অনিদ্ৰাই কষ্ট দি শেষত পত্নীৰ পৰাও বঞ্চিত কৰে। পাৰ্ব্বতীৰ বৰ মতে বাহুক নৃপতিৰ জীয়েক ভদ্ৰাই শ্ৰীবৎসক পতিৰূপে পায়। এনে সময়তেই পুনঃ শনিৰ সুদৃষ্টি পৰাত ৰজাই মায়াবী সদাগৰৰ হাতৰ পৰা চিন্তাক উদ্ধাৰ কৰে। বাহুক আৰু শ্ৰীবৎসৰ পৰিচয় হোৱাত দুয়োকো দুয়ো বন্ধু ভাৱত সাৱটি ধৰে। চিন্তা শ্ৰীবৎসৰ সত্যনিষ্ঠাত শনি আপ্যায়িত হৈ তেওঁলোকক পুনঃ হৃতৰাজ্য দান কৰে।

দিলীপ—সূৰ্য্যবংশী সগৰ ৰজাৰ কেশিনী নামে ভাৰ্য্যাৰ গৰ্ভত অসমঞ্জস নামে তনয়ৰ জন্ম হয়। তেওঁৰ পুত্ৰ অংশুমান আৰু অংশুমানৰ পুত্ৰ দিলীপ। তেওঁৰেই পুত্ৰ ভগীৰথ।

ধুন্ধুমাৰ—সূৰ্য্যবংশৰ ৰজা বিখ্যাত মান্ধাতাৰজাৰ পূৰ্ব্বপুৰুষ। তেওঁৰ অন্য নাম কুবলয়াশ্ব। কথিত আছে যে "একবিংশতি সহস্ৰ" পুত্ৰৰ দ্বাৰা পৰিবৃত্ত হৈ ঋষিপ্ৰৱৰ উতঙ্কৰ প্ৰীতি সাধনৰ বাবে তেওঁ ধুন্ধু নামে অসুৰক বধ কৰিছিল। সেই কাৰণে তেওঁৰ নাম ধুন্ধুমাৰ। তেওঁৰ পুত্ৰ সকলৰ ভিতৰত দৃঢ়াশ্ব, কপিলাশ্ব আৰু ভদ্ৰাশ্ব এই তিনিজনাত বাহিৰে বাকী সকলোবোৰ ধুন্ধুমাৰ অসুৰৰ মুখাগ্নিত ভস্ম হয়।

পিয়লি—অসমলৈ মান অনা বদন বৰফুকনৰ জন্মি আৰু পিয়লি নামে দুজন পুতেক আছিল। দুয়োকো বদনে বৰ্ম্মাদেশলৈ যাওঁতে লগতে নিছিল।

পুৰুকুচ্ছ—ভাগৱতৰ মতে 'পুৰুকুৎস' হব লাগে। মান্ধাতা ৰজাৰ কন্যা ইন্দুমতীৰ গৰ্ভত পুৰুকুৎস, অম্বৰীষ আৰু মুচুকুন্দ নামৰ পুত্ৰত্ৰয়ৰ জন্ম হয়। নৰ্ম্মদা নামে নাগকন্যাৰ লগত পুৰুকুৎস ৰজাৰ বিবাহ হয়। নাগৰজাৰ অনুৰোধত তেওঁ পাতাল'ল গৈ পাতালৰ অনিষ্টকাৰী গন্ধৰ্ব্বসকলক বধ কৰে। তাতে তুষ্ট হৈ নাগৰজাই বৰ

দিয়ে যে যি লোকে এই বৃত্তান্ত স্মৰণ কৰিব তেওঁ সৰ্প ভয়ৰ পৰা মুক্ত হব।

বলিছলন—বৈষ্ণৱ প্ৰহ্লাদৰ নাতি প্ৰবল প্ৰতাপী বলিৰজাক বিষ্ণুৱে এবাৰ বামনৰূপ ধৰি ছলনা কৰিছিল। যাগযজ্ঞৰ দ্বাৰা ব্ৰহ্মতেজ লাভ কৰি ইন্দ্ৰাদি দেৱতাসকলক স্বৰ্গৰ পৰা খেদি বলি ত্ৰৈলোক্যৰ ৰজা হল। তেতিয়া দেৱমাতা অদিতিয়ে কাতৰভাৱে প্ৰাৰ্থনা কৰাত ভগৱান বিষ্ণুৱে তুষ্ট হৈ অদিতিৰ গৰ্ভত বামনবেশে জন্মগ্ৰহণ কৰে। এদিন বামনৰূপী ভগৱানে বলিৰ পৰা তিনিপদ ভূমি-দানৰ অঙ্গীকাৰ কৰাই লৈ বিশ্বৰূপ ধাৰণ কৰি এক পদেৰে সমস্ত পৃথিৱী আৰু অন্য পদেৰে স্বৰ্গ আগুৰি পেলালে। তৃতীয় পদ ভূমিৰ কাৰণে বলিয়ে অবিচলিত ভাৱে নিজৰ মূৰ পাতি দিলে। তেতিয়া বিষ্ণু তুষ্ট হৈ ভক্ত বলিক স্বৰ্গৰাজ্যৰ দ্বাৰপালক কৰি লৈ গ'ল।

ব্যাস—মহামুনি পৰাশৰৰ পুত্ৰ তপস্বীতিলক ব্যাসৰ জন্ম হৈছিল—এটা দ্বীপত সেই বাবেই তেওঁক দ্বৈপায়ন ব্যাস বুলিও জনা যায়। মৎস্যগন্ধা তেওঁৰ মাতৃ। ভগৱৎ-কৰুণা লাভ নকৰা হলে বেদ, ভাগৱত, পুৰাণ, মহাভাৰত, আদি সমস্ত গ্ৰন্থত অসাধাৰণ পাণ্ডিত্য দৰ্শোৱা তেওঁৰ দৰে একোজন মানুহৰ পক্ষে সহজ-সাধ্য নহলহেঁতেন।

ভগীৰথ—দিলীপ ৰজা ব্ৰহ্মলোক প্ৰাপ্ত হোৱাত তেওঁৰ দুই পত্নী অপুত্ৰিকা হৈ ৰ'ল। মহাদেৱৰ বৰত দুয়োৰো-সম্ভোগ ক্ৰীড়াৰ ফলত এজনীৰপৰা মনুষ্যাকৃতিবিশিষ্ট জলপিণ্ড এটাৰ জন্ম হল। ক্ষুব্ধা হৈ দুয়ো ৰাণীয়ে সৰযু নৈৰ পাৰত জলপিণ্ডটো পেলাই দিলে। অষ্টাবক্ৰঋষিয়ে থৰকৃবৰককৈ সেইপিনে যাওঁতে কিম্ভূত কিমাকাৰ নৰকায়াটি দেখি ঋষিক কোনোবাই ভেঙুচালিছে কৰিছে বুলি ভাবি—ঋষিয়ে কলে—'মোক যদি কোনোবাই তেনেকৈ বিদ্ৰূপ কৰিব খুজিছা

তেস্তে তেনেকুৱা হৈয়ে থাকিবা আৰু ই যদি কাৰবাৰ জন্মগত বেদনা তেস্তে সি আৰোগ্য হৈ সুশ্ৰী হবা।" ঋষিবাক্যত জলপিণ্ডৰ পৰা সুন্দৰ সুশ্ৰীসম্পন্ন ভগীৰথৰ জন্ম হল। ভগীৰথে তপস্যাৰ প্ৰভাৱত বিষ্ণুক তুষ্ট কৰি পিতামহ সগৰৰ বংশ উদ্ধাৰৰ হেতু গঙ্গাক ধৰাতললৈ নমাই আনে। "ভগে ভগে জন্ম হেতু ভগীৰথ নাম"।

কৃত্তিবাসী ৰামায়ণত ভগীৰথৰ জন্মবৃত্তান্ত ওপৰত বৰ্ণনা কৰাৰ দৰে আছে; কিন্তু ভাগৱতত এই ঘটনাৰ উল্লেখ নাই। ভাগৱতৰ মতে দিলীপকুমাৰ ভগীৰথৰ তপস্যাত পৰিতুষ্ট হৈ গঙ্গাদেৱী নিজে দৰ্শন দিয়ে আৰু ধৰাতলত অৱতীৰ্ণ হৈ সগৰৰ ৬০ হাজাৰ পুত্ৰক উদ্ধাৰ কৰে। ভগীৰথে স্বৰ্গৰ পৰা অনা বাবেই গঙ্গাৰ অন্য নাম ভাগীৰথী।

ভৰত—ব্ৰহ্মাৰ পুত্ৰ স্বায়ম্ভুৱ মনু; তেওঁৰ দুই পুত্ৰ প্ৰিয়ব্ৰত আৰু উত্তানপদ। প্ৰিয়ব্ৰত ৰজাৰ দহজন পুত্ৰৰ ভিতৰত তিনিজন ব্ৰহ্মচাৰী। বাকী ৭ জনৰ ভিতৰত পৃথিৱীখন ৭ ভাগত ভগাই দি প্ৰতিভাগক এক্বো এক্বো দ্বীপ বোলা হৈছিল; যেনে, জম্বু, শাল্মলী, ক্ৰৌঞ্চ, পুষ্কৰ, শাক, কুশ আৰু প্লক্ষ। প্ৰিয়ব্ৰত ৰজাৰ জ্যেষ্ঠ অগ্নিধ্ৰই জম্বু দ্বীপৰ ১ম ৰজা। তেওঁৰ পুত্ৰ নাভি। নাভিৰ পুত্ৰ ঋষভ। ঋষভৰ শত পুত্ৰৰ ভিতৰত ভৰত সৰ্ব্বজ্যেষ্ঠ। এই ভৰত ৰজাৰ নাম অনুসাৰে জম্বু দ্বীপৰ নাম ভাৰতবৰ্ষ হয়। কাশীৰাসী মহাভাৰতৰ মতে চন্দ্ৰবংশীয় দুষ্মন্তৰ পুত্ৰৰ নামানুযায়ীহে ভাৰতবৰ্ষ হয়; কিন্তু মূল মহাভাৰত বা বিষ্ণুপুৰাণত এই কথা নাই। ভৰতৰজা ১ম জন্মত ভাৰতবৰ্ষৰ অধিপতি, ২য় জন্মত, জাতিস্মৰ হৰিণ আৰু তৃতীয় জন্মত জড় ভৰত হয়। ইয়াৰ প্ৰত্যেকটো আখ্যানেই বৰ উপাদেয়।

ভাস্কৰ বৰ্ম্মা—খৃষ্টীয় ৭ম শতিকাত তেওঁ কামৰূপ ৰাজ্যত ৰাজত্ব কৰিছিল। পৰিব্ৰাজক সম্ৰাট হিউয়েন চাং তেওঁৰ দিনতেই কামৰূপলৈ আহিছিল। মহাৰাজ হৰ্ষবৰ্দ্ধনৰ ৰাজসভালৈ নিমন্ত্ৰিত হৈ ভাস্কৰ বৰ্ম্মাই ৰাজেন্দ্ৰমণ্ডলীৰ আগশাৰী অলঙ্কৃত কৰিছিল।

মান্ধাতা—ধুন্ধুমাৰ ৰজাৰ ৭ পিৰী হৈ যোৱাত সূৰ্য্যবংশত মান্ধাতাৰ জন্ম হয়। তেওঁ যুবনাশ্ব নৃপতিৰ পুত্ৰ। বহুদিনলৈ অপুত্ৰক হৈ থাকি শেষত শতভাৰ্য্যাসহ ৰজা যুবনাশ্ব বনলৈ গল। বনত ঋষিসকলে ৰজাৰ পুত্ৰলাভৰ অৰ্থে 'ইন্দ্ৰযাগ' নামৰ যজ্ঞ আৰম্ভ কৰিলে। এদিনাখন মাজ নিশা অকলৈ যুবনাশ্ব ৰজা যজ্ঞস্থলীলৈ গৈ ঋষি-সকলক নিদ্ৰামগ্ন দেখি পিয়াহত কমণ্ডলুৰ জল পান কৰিলে। সেই কমণ্ডলুত পুত্ৰাৰ্থী ৰাজপত্নীসকলৰ বাবে মন্ত্ৰপুত জল সযত্নে ৰখা হৈছিল। ক্ৰমে ৰজাৰ গাত অন্তঃসত্তাৰ লক্ষণ ফুটি উঠিল, আৰু যথাসময়ত তেওঁৰ দক্ষিণ কুক্ষি ভেদ কৰি লক্ষণ বিশিষ্ট এটি পুত্ৰৰত্নৰ জন্ম হল। পিচে মাতৃহীন সন্তানৰ স্তন্যপানৰ উপায় কি হব ? শেষত ঋষিসকলৰ অনুৰোধত ইন্দ্ৰই আহি তৰ্জ্জনী আঙুলিৰে মুখত অমৃত দান কৰি কলে "মাং ধাতা" অৰ্থাৎ মোকেই তোমাৰ পালক বুলি ভাবিবা। তেতিয়াৰ পৰা সন্তানৰ নাম হল মান্ধাতা। ঋষি সকলৰ অনুগ্ৰহত মৃত যুবনাশ্বই প্ৰাণ পাই তপস্যালৈ গল ; মান্ধাতা ৰজা হৈ সসাগৰা পৃথিৱী শাসন কৰিছিল। আজিকো-পতি মানুহৰ মাজত "মান্ধাতাৰ আমোল"ৰ প্ৰবাদ চলি আছে।

যযাতি—চন্দ্ৰবংশৰ নহুষ ৰজাই পৰাক্ৰম আৰু ঐশ্বৰ্য্যৰ বলত ইন্দ্ৰত্ব প্ৰাপ্ত হৈছিল। তেওঁৰ ছজন পুত্ৰৰ এজন যযাতি। দৈত্যগুৰু শুক্ৰাচাৰ্য্যৰ কন্যা দেৱযানীক তেওঁ ভাৰ্য্যাৰূপে আৰু দেৱযানীৰ সখীয়েক দৈত্যৰাজ বৃষপৰ্ব্বাৰ কন্যা শৰ্ম্মিষ্ঠাক পত্নীৰ সহচৰীৰূপে লাভ কৰে। বিবাহ

কালত শুক্ৰৰ আদেশ আছিল যযাতিয়ে যেন দৈত্যৰাজকুঁৱৰী শৰ্ম্মিষ্ঠাক কেতিয়াও ভাৰ্য্যাবৎ ব্যৱহাৰ নকৰে। যযাতিয়ে সেই আদেশ ৰাখিব নোৱাৰিলে। কালক্ৰমত শৰ্ম্মিষ্ঠাৰ গৰ্ত্তত দ্ৰুহ্যু, অনু আৰু পুৰু নামে তিনি পুত্ৰৰ, আৰু দেৱযানীৰ গৰ্ত্তত, যদু আৰু তুৰ্ব্বসু নামে পুত্ৰদ্বয় জন্ম হ'ল। শুক্ৰাচাৰ্য্যই এই কথা জানিব পাৰি যযাতিক অকালতে জড়াগ্ৰস্ত হবলৈ অভিশাপ দিয়ে। জড়াগ্ৰস্ত ভূপতিৰ সানুনয় প্ৰাৰ্থনাত তুষ্ট হৈ শুক্ৰাচাৰ্য্যই পুনঃ জৰামুক্তিৰ উপায় দিয়ে যে যিয়ে জড়া গ্ৰহণ কৰিবলৈ ইচ্ছা কৰিব তেওঁকেই জড়া দিব পাৰিব। পুত্ৰসকলৰ ভিতৰত পুৰুত বাহিৰে কোনেও জড়া গ্ৰহণ কৰিবলৈ মান্তি নহল। পুৰুৱে জড়া গ্ৰহণ কৰাৰ পিচত যযাতিয়ে অনেক কাল সুখ ভোগ কৰে আৰু অৱশেষত সম্ভোগ তৃষ্ণাৰ অন্ত নাপাই পুনঃ জড়া গ্ৰহণ কৰি বানপ্ৰস্থী হয়।

ৰঘু—ভগীৰথৰ পৰৱৰ্ত্তী সূৰ্য্যবংশীয় ৰজা; ৰামচন্দ্ৰৰ পূৰ্ব্বপুৰুষ। তেওঁ এনে পৰাক্ৰমী আছিল যে অশ্বমেধ যজ্ঞৰ অশ্ব অপহৰণ কৰা বাবে এবাৰ দেৱৰাজ ইন্দ্ৰকো বান্ধি আনিছিল।

শঙ্কলাদিব, কেদাৰ ৰজা, আফ্ৰচিয়াব—শঙ্কলাদিব এজন প্ৰাচীন কামৰূপৰ ৰজা। তেওঁৰ ৰাজত্বকাল সম্বন্ধে মতভেদ আছে। কোনো কোনোৱে তেওঁক খৃষ্টপূৰ্ব্ব ৪ৰ্থ শতাব্দীৰ আৰু কোনো কোনোৱে খৃঃ পূঃ ৭ম শতাব্দীৰ ৰজা বুলি কয়। স্যাৰ এডোৱাৰ্ড গেইটৰ মতে শঙ্কল বা শঙ্কলাদিব কৰতোয়া বা কামৰূপৰ এজন প্ৰবল প্ৰতাপী কোঁচৰজা আছিল। তেওঁ কেদাৰ ব্ৰাহ্মণ নামে উত্তৰ ভাৰতৰ ৰজা এজনক পৰাজয় কৰি লক্ষ্মৌতি বা গৌৰ নগৰ স্থাপন কৰে। এই নগৰ বৰ্ত্তমান মালদহৰ ওচৰত আছিল। দুহেজাৰ বছৰ ধৰি গৌৰ নগৰ বঙ্গদেশৰ ৰাজধানী আছিল। আফ্ৰচিয়াব নামে এজন ৰজাই

শঙ্কলাদিবক পৰাজয় কৰে বুলি ইলিয়টৰ ইতিহাসত পোৱা যায়। এই শঙ্কলাদিবৰেই পুতেক আছিল গীতি-প্ৰসিদ্ধ মণিকোঁৱৰ।

শ্ৰীধৰ কন্দলি—শঙ্কৰদেৱৰ সমসাময়িক এগৰাকী প্ৰধান অসমীয়া কবি। তেওঁ মহাভাৰতৰ অশ্বমেধ পৰ্ব্ব, কীৰ্ত্তনৰ ঘুমুচাযাত্ৰা আৰু কাণখোৱা পুথি ৰচনা কৰিছিল।

সগৰ—মান্ধাতা বংশৰ বাহুক ৰজাৰ পুত্ৰ সগৰ। বৃদ্ধ হৈ নৃপতি বাহুক পঞ্চত্বপ্ৰাপ্ত হোৱাত গৰ্ত্তৱতী ৰাজমহিষীয়েও অনুমৃতা হবলৈ উদ্যোগ কৰিলে। ভৃগুবংশী ঔৰ্ব্ব ঋষিয়ে নীতিশাস্ত্ৰৰ বুজনিৰে সগৰ্ভা মহিষীক মৃত্যুৰ পৰা ৰক্ষা কৰিলে। ইয়াকে জানিব পাৰি সপত্নীসকল ঈৰ্ষান্বিতা হৈ তেওঁক অন্নৰ লগত বিষ (গৰঃ) পান কৰালে। বিষে সৈতে (সগৰঃ) পুত্ৰৰ জন্ম হোৱা বাবেই নাম হল সগৰ। সগৰৰ দুই ভাৰ্য্যা আছিল—সুমতি আৰু কেশিনী। ঔৰ্ব্ব ঋষিৰ উপদেশমতে মহেশ্বৰক আৰাধনা কৰাত কেশিনীৰ এক পুত্ৰ আৰু সুমতিৰ ষাঠি হাজাৰ পুত্ৰৰ জন্ম হয়। কেশিনীৰ পুত্ৰৰ নাম অসমঞ্জস। কপিল মুনিৰ কোপানলত সগৰৰ ৬০ হাজাৰ পুত্ৰ ধ্বংস হোৱাত অসমঞ্জসৰ বংশৰ ভগীৰথে গঙ্গা আনি সকলোকে মুক্তি দিয়ে।

"জনমৰ হাবিয়াস
পূৰাওঁ অৰুণ বুলি
ঘূৰি ফুৰিলোহি এই বিশাল জগত,
যিবা জিলিঙনি পালো
এয়েই সমল হব
গঢ়িবলৈ সাধনাৰ মোৰ ভবিষ্যৎ।"

—ম—